আদৰ্শৰ মৃত্যু ঘটে। তুমি ভুল কৰিছা। বোধকৰোঁ মোকো বুজিব পৰা নাই। তুমি মোৰ লগত নহাহেঁতেন, মই বহুত ভাল পালোহেঁতেন।

বৰুৱাই আচল কথাই কৈছে। তেখেতে এবি অহা দলটোৱে যদি শীতলাক নিৰ্ব্বাচনত থিয় কৰাব খোজে, তেনেহলে সেই দলৰ স্বাৰ্থ ৰক্ষা পৰে। সুবোধ বৰুৱাৰ নামতহে শীতলা জিকিব। সুবোধ বৰুৱাৰ নাম বিপৰীত ধৰণেৰে প্ৰচাৰ হ'ব। এই শেষ চেষ্টাটোও সাধুতাক নিষ্পেষণ কৰাৰ বুদ্ধি।

০ ০ ০ ০

ক্ষমতামত্তা শীতলাই বৰুৱাৰ কথাত প্ৰাধান্য নিদিয়া হ'ল। দুয়ো আগৰদৰে আৰু কথা-বতৰা নেপাতে। এতিয়া ৰান্ধনি ল'ৰা এটাইহে দুয়োকে ভাত ৰান্ধি দিয়ে। শীতলাক লগ পাবলৈ ভালেমান মানুহ আহে। যুদ্ধত বেপাৰ কৰি ধনী হোৱা মানুহ, মদ খাই বেহুচ হৈ বাটে ঘাটে পৰি থকা এক শ্ৰেণী ল'ৰা, কিছুমান মাৰোৱাৰী।

এদিন এখন ক্ৰুইক গাড়ীত জানকীৰাম ৰতন লাল কেঞা আহি শীতলাৰ লগত গোপনে কথা পাতিলে। দেখি সুবোধ বৰুৱাৰ খঙে চুলিৰ আগ পালেগৈ। যি শ্ৰেণীৰ মানুহৰ মুখ নেদেখোঁ বুলি তেখেত আহি গাৱঁত ঠাই লৈছেহি, সেই শ্ৰেণীৰ মানুহেই তেখেতৰ আশ্ৰমলৈ আহিছে কেৱল শীতলাৰ কাৰণেই।

তেওঁ শুনিবলৈ পালে,—জানকীৰামে কৈছে—মাইজী এক লাখ্ খৰচ কৰিলেই হ'ব।

শীতলাই সুধিলে—কেনেকৈ ?

—ধৰক, এইখন গাৱঁত ১০ টকাকৈ বহুত ভোট কিনিব পাৰি।

—গাৱঁত ডেকা দলটোক ২০০ টকাৰ মদ।

থিয়েটাৰ হলত এক হেজাৰ ।

ত স্কুলৰ কাৰণে দুহেজাৰ ।

বৰুৱাই কাণদুখন হেঁচি ধৰিলে। শীতলাও এনেকুৱা হ'ব পাৰে ? এৰা, এই যুগত এয়েহে সম্ভৱ। নিশ্চয় এই যুগত তেখেতহে অসম্ভৱ,—বহুতৰ মানত অদ্ভুত এব্নৰ্ম্মেল।

জানকীৰাম ৰতনলাল যোৱাৰ পাছত সুবোধ বৰুৱা শীতলাৰ ওচৰত উগ্ৰ মূৰ্ত্তি লৈ থিয় দিলে আৰু ক'লে তুমি কি কৰিব খুজিছা ?

শীতলাই অকণো ভয় নকৰি ক'লে—এই সমষ্টিৰ পৰা মোকে ষ্টেণ্ড্ কৰাব খুজিছে। মই মতামত দি দিলোঁ।

—সেই কাৰণে মোৰ অপমান নহ'ল ?

—নাই হোৱা অপমান। বৰঞ্চ তোমাৰ খ্যাতিহে বাঢিব।

ক্ষমতা আৰু সাময়িক মোহে শীতলাক ইমান আচ্ছন্ন কৰিছিল যে শেষৰ কথাখিনি বৰ নিৰ্ভীক ভাৱেই ক'লে। সুবোধ বৰুৱাই আৰু কথা নক'লে। বুজাই আৰু লাভ নাই। কাৰণ গীতাত কৈছে—বুদ্ধিনাশাৎ প্ৰনশ্যতি।

হয়তো শীতলাৰ নামত হেজাৰ হেজাৰ টকাৰ 'চেক্' আহিল। সুবোধ বৰুৱাই একো খবৰ নকৰিলে। গাৰ্ত থকা কেইমাহৰ ভিতৰতে তেখেতে নিৰাসক্ত হ'বলৈ শিকি পেলালে। পাছদিনাৰ পৰা সকলোৱে গম পালে যে ঋষি তুল্য সুবোধ বৰুৱাই মৌনব্ৰত অৱলম্বন কৰিছে আৰু অনশনো কৰিছে—মৌনব্ৰত লৈছে আত্মাক উন্নীত কৰি জনতাৰ ধমনীৰ স্পন্দন উপলব্ধি কৰিবৰ বাবে আৰু অনশন কৰিছে শীতলাৰ আত্মাৰ শুদ্ধিৰ উদ্দেশ্যে।

———

# নাটকীয়

—এনে দিন আহিব, কুলিয়ে কা-কা কৰিব আৰু কাউৰীযে পঞ্চম ৰাগিনী তুলিব।

খেৰৰ জুমুঠিটো অলপ পৰ মাটিত থৈ মানুহটোৱে কঁকালৰ খোচনিৰ পৰা তামোল উলিয়ালে আৰু লগৰ মানুহটোকো দিলে। জুমুঠিটো এহাতে লৈ গামোচাখন ডিঙিত মেৰিয়াই ল'লে। ইটো মানুহে ক'লে—এৰা, আমিও তেনে যেনেই পাইছোঁ।

মই প্াছে পাছে আহি আছোঁ বুলি সিহঁতে ক'ব নোৱাৰে। সিহঁতৰ আলোচনা শুনিবলৈ বৰ মন গ'ল। জুমুঠি লোৱা মানুহটোৱে কলাফুলহালত তেল ঘঁহি আহিছে। ভল ফালে বৈ অহা তেল অলপমান ওপৰ ফালে ঘঁহি ক'লে—কাউৰীয়ে যদি নিজৰ মাতটোক বৰগীত বুলি ভাবে, আমাৰ মাতটো তেনেহলে বৰগীতৰে আচলটো। একেবাৰে 'ধনচিৰি'।

ইটো মানুহে ক'লে—আৰু কাউৰীয়ে নিজক ইমান কুৰূপ বুলিও নেভাবে। ম'ৰা চৰাই বুলিহে ভাবে।

মই কথাখিনিত বৰ ৰগৰ পালোঁ। কলাফুলত তেল ঘঁহলৈ ইহঁত নিশ্চয় মৰাপাট ৰখলিয়াবলৈ যাব। এতিয়া ইহঁতে পাতিছে কাউৰী, কুলি আৰু ম'ৰা চৰাইৰ কথা

ইহঁত এনেকুৱা কোমল মনৰ হলে দেখোন গোৰোৱা মৰা-পাটৰ তলৰ পানী শুকাই কৰ্‌কৰীযা মাৰিব। ইহঁত আটাযে মোক চিনি পায। এইখন গাৱঁত কাম কৰা প্ৰায এবছৰেই হ'ল।

পাছ ফালৰপৰা মাত দিলোঁ—ককাই, কিনো কুলিযে কা-কা কৰাৰ কথা কৈছা?

এটাই পাছ ফালে চাই ক'লে,—অ' 'গাৰাম' বাবু! আপুনি হ'বলা পাছে পাছে বাঘ চিকাৰীৰ দৰে আহি আছে!

—তেনেকৈ অহা নাই দিযা। বেগেৰে আহি এতিযাহে লগ হৈছোঁ। বোলো, কি ক'লা? কুলিযে কা কা কৰিব, কাউৰীযে পঞ্চম ৰাগিনী গাব?

জুমুঠি নোলোৱাটোৱে ক'লে—গাৰাম বাবু, (মানে গ্ৰাম সেৱক) আপুনিতো চৰকাৰৰ মানুহ। তথাপি লিখা-পঢা জনা মানুহ কাৰণেই কওঁ। এই কেই বছৰ ভোজবাজি দেখি চকু থহ্ থহাই গৈছে। পৰ্‌ভাত মৌজাদাৰে আকৌ এতিয়া ৰাগ-ৰাগিনীৰ কথা কয। শঙ্কৰ দেউৰ তিথিত নাট এখন গোৱাৰ কথা সিহে কৈ ফুৰিছেহি। আমি তাজ্জুপ। মদপীয়ে চাগু-দানা খোৱাৰ দৰেই।

আচলতে মযো তাজ্জুপ। পৰ্‌ভাত মৌজাদাৰক মই নিচিনা নহয। গাৱঁৰ মানুহখিনিক তেওঁ বহুতীয়া গোলাম বুলিহে ভাবে। তেওঁৰ মানত ভাওনা-সবাহ, দৈত্যৰ মানত যাগ-যজ্ঞ। তেনেহ'লে এইবাৰ কথা বিষম। ভাওনা

পাতিব লাগে বুলি ঘৰে ঘৰে ঘূৰিছে যেতিয়া কিবা এটা উদ্দেশ্য আছে। হাঁইঠা মাটিত পৰিলেই দেশত দুৰ্য্যোগ।

তথাপি ক'লোঁ—শঙ্কৰ দেউৰ তিথিত ভাওনা-সবাহ পতা-বৰ ভাল কথা। তোমালোকক নো ওফোন্দ পাতিবৰ কি হ'ল।

জুমুঠি হাতত লোৱাটোৱে ক'লে—ভাওনা-সবাহৰ কথা কওক, মোলোকাই সূত্ৰই, মানিক সাতোঁলাই, সুগন্ধ গায়েনে। পিছে ভূতৰ মুখত ৰাম-নাম কিয়?

ইটোৱেও যোগ দিলে—সি আকৌ মোক বুজাই—চিৰি গান্ধাৰ হেনো আটাইতকৈ ভাল ৰাগ। আমাৰ খোলৰ বোলতকৈ হেনো মণিপুৰী খোলৰ বোল বেয়া। ভাওনা সবাহেই হেনো অসমীয়া মানুহক সবগৰ গন্ধৰ্ব্ব কৰি ৰাখিছে। নিশ্চয় এইবোৰ কথাত জেলেপীৰ পেঁচ আছে।

মই একো অভিমত নিদিলোঁ। আঁহফালি কথা ক'ব নোৱাৰি। সিহঁতৰ লগ এৰিলোঁ।

তিনি দিনৰ পাছত খবৰ পালোঁ, মৌজাদাৰে তিথিত ভাওনা পতাৰ কাৰণে এশ টকা দিম বুলি কথা দিছে। গাৱঁৰ মানুহো হেনো নাম ঘৰত আখৰা কৰিবলৈ গোট খায়। প্ৰতি দিনাই আখৰাত মৌজাদাৰেই সিধা দিয়ে। কথাটো শুনি সেই মৰা বখলিযাবলৈ ওলোৱা মানুহ দুটাক লগ পাবলৈ ইচ্ছা হ'ল। ঘৰটো কোনখিনিত ক'ব নোৱাৰোঁ। কেনেকৈনো ক'ব পাৰিম? সিহঁতক প্ৰায়ে পথাৰতে দেখোঁ। সিহঁত ককাই-ভাই নহয় যদিও দুয়োটা একেলগে পথাৰলৈ যায়।

আবেলি মোক মৌজাদাৰে মাতি পঠালে। যাব লগীয়া হ'ল। মৌজাদাৰে ক'লে—তোমাক মই পৰহিৰে পৰা খবৰ কৰি আছোঁ। এতিয়া আমাৰ কথা হ'ল—শঙ্কৰদেৱৰ তিথিত ভাওনাটো ডাঙৰকৈ পাতিব লাগিব। ওচৰৰ পাঁচখন গাওঁৰ মানুহো মাতিব লাগিব। তুমিও আমাৰ এইবোৰ কামত হাত উজনি দিব লাগিব। অৱশ্যে ইযো তোমাৰ কৰ্ত্তব্যৰ ভিতৰতে পৰে।

মই 'হয়' বুলি কলাগৰ প্ৰযোজন-বোধ নকৰিলোঁ। এইটো কামত সোমাই দীঘল দীঘল বক্তৃতা শুনি শুনি কাণ দুখনে বহুত সহ্য গুণ শিকিছে। কলাগি নগ'লেও যে মৌজাদাৰে আৰু বহুত কথা ক'ব, মই ভালকৈ জানো।

—পাৰুল চাহ এটোপা তপতা, আই। আমাৰ দুয়োকে দুকাপ দে।

এইবাৰহে বিমোৰত পৰিলোঁ। এখেতৰ ঘৰত চাহৰ হুকুম হলে সহজে উঠি অহা টান। কাৰণ, মৌজাদাৰৰ জীয়াৰী পাৰুলে চাহ তপত নকৰে। কৰিব, মুকুল মহৰীয়ে। সি অৱশ্যে সোনকালেই তাৰ কাম কৰিব। কিন্তু নিজে চাহ কৰি আনিছে বুলি দেখুৱাবলৈ পাৰুলে চাহৰ পিয়লা থোৱা ফুলাম ফলিখন দহ বাৰমান মচিব। ফলিখনৰ ওপৰত থোৱা ফুলাম কাপোৰখন আলম বিলমকৈ পাৰিব। এইবোৰ কৰোতেই দহ মিনিট লাগিব। তাৰ আগতেও কিজানি পোচাক পিন্ধোতে আৰু মুখত বগা-বেঙুনীয়া ৰং লগাওতে পোন্ধৰ

মিনিট যাব। পঁচিশ মিনিট বা আধা ঘন্টাৰ পাছত ভাই ৰূপ কথাৰ পৰীৰ দৰে হাঁহি হাঁহি মুখত মিচিকি হাঁহিপাই আৰম্বড়েৰে টেবুলত চাহ দুকাপ থ'ব। তেতিয়াও চাহত মুখ লগাব নোৱাৰি। চাহ [illegible]প থৈ অলপ বেকা কৈ থিয় হ'ব আৰু ভাগৰ লগাব[illegible]ৰে কৰি ক'ব—খাওক। তেতিয়াহে খাব লাগিব। গতিকে আজি মৌজাদাৰে সহজে এৰি নিদিছে। সিফালে মোৰ বহুত কাম। ৰব গাঁৱৰ তলৰ কেঁকুৰিটোৰ কাষতে হলধৰৰ ঘৰ। তাৰ ন মহীয়া কেঁচুৱাটোৰ যাওঁ যাওঁ অৱস্থা। সিফালে বৈণীয়েকজনীও নিশকতীয়া। তাইৰ বুকুৰ গাখীৰ বুকুতে নাইকীয়া হৈ গৈছে। হলধৰকো খবৰ কৰিবলৈ যোৱা মোৰ কৰ্ত্তব্য।

'মিক্সাৰ'দাল পকাই বহল মুৰটো জুইশলাৰ কাঠিৰে খুচি খুচি মৌজাদাৰে ক'লে—বুজিছা, দেশত এতিয়া তোমালোকৰ দৰে ডেকা ল'ৰাৰ ওপৰত ভাৰ বেছি পৰিছে। গাৱঁৰ ভাল কৰাই আটাইতকৈ ডাঙৰ কৰ্ত্তব্য। গাৱঁৰ মানুহক এতিয়া বুজাব লাগিব যে কেৱল ভাত মুঠি খাই [illegible]াই থাকিলেই নহয়। ভালকৈ জীয়াই থাকিবলৈ হ'লে আ[illegible] আৰু সভ্যতা। আৰু তাৰ গুৰি ধৰোতা হ'ল মহাপুৰুষ শঙ্কৰদেৱ। তেখেতৰ আদৰ্শৰেই আমি গাওঁবোৰ একগোট কৰিব লাগিব, শক্তিশালী কৰিব লাগিব।

মই এনেয়ে মুখখন লৈ বহি থাকিবলৈ পাই কলো, হয়,

উচিত কথাই কৈছে।

কিন্তু মোৰ এষাৰ কথা বৰকৈ মনত পৰিছিল! কবলৈ মনটো উচপিচাই আছিল। প্ৰভাত মৌজাদাৰৰ সমান জোৰৰ মানুহ হোৱা হ'লে ক'লো[redacted]হঁতেন—সবাতকৈ ডাঙৰ হৰি-কথা, তাতোকৈ ডাঙৰ চা[redacted] কথা।

গভীৰ প্ৰবন্ধ এটা পঢ়ি যোৱাৰ ভঙ্গীত মৌজাদাৰে কৈ গ'ল—উচিত কথা হয়। সকলোৱে মানিব। কিন্তু আমি কৰিছোঁ কি? যি শঙ্কৰী কলা-কৃষ্টিয়ে সৰ্ব্বভাৰতীয় স্বীকৃতি পাইছিল, সেইবোৰ আপুৰুগীয়া বস্তুৰ অৱস্থা আমি কি কৰিছোঁ? সকলো চৰ্চ্চা এৰি পেলাইছোঁ। যি এই বিষয়ত হাত দিছে, তেওঁলোকেও সাধনা কৰা নাই। বৰদোৱাৰ সুৰৰ লগত হালধি আঁটিৰ সুৰ মিহলি হৈ বৰগীতৰ সুৰ কিবা হৈ পৰিছে। খোলৰ বোলতো সেইদৰে চাপৰ কম বেছি হৈ তালৰ লগত নিমিলা হৈছে।..

এইদৰে আৰু অলপ পৰ ক'লে। তাৰ সাৰাংশ হ'ল, তেখেতে মৌজাটো মাজু পুতেকৰ হাতত গটাই দি নিজে এইবোৰ কামত উঠি পৰি লাগিবলৈ ঠিক কৰিছে। শঙ্কৰ দেউৰ ভিথিত ভাওনাটো ভালকৈয়ে পাতিব লাগিব। এই চাৰি পাচ বছৰমানৰ পৰা এইবোৰ কামলৈ বাইজে পিঠি দিয়া দেখি তেখেতৰ বৰ দুখ। কিন্তু এসময়ত হেনো এই-খন গাওঁ ভাওনাৰ কাৰণে বিখ্যাত আছিল।

পাকলে সাজি কাটি চাহ দিলেহি। দেউতাৰ কথাত

ব্যস্ত দেখি খাওক বুলি ক'বলৈ সুবিধা নেপালে। তাই ৰোৱাৰ পাছত চাহৰ কাপত মুখ দিলো।

তেখেতে সুধিলে—তুমি ভাও-চাও ল'ব পাৰানে নোৱাৰা ?

মই কলোঁ—তেনেকৈ নোৱাৰোঁ। কিন্তু ভালকৈ খোল বজাব পাৰোঁ বুলি ভালেমানে কয়।

বেচ্ কথা। এইবোৰ চৰ্চ্চা থকা ভাল। অনভ্যাসে হৃত বিদ্যা। আজিৰ পৰা তুমি আখৰালৈ আহিব লাগিব। সকলোৱেই আহি ভাওনাটো ভাল কৰিব লাগিব। আমাৰ গাৱঁৰ পুৰণি নাম-যশ ঘূৰাই পাব লাগিব। কি কোৱা ?

—ঠিকেই কৈছে। আপোনালোকৰ দৰে মানুহ লাগিছে কিয় গাৱঁৰ নাম-যশ নহ'ব ?

মৌজাদাৰৰ ঘৰৰ পৰা আহিলোঁ। ভাবিলোঁ আখৰালৈ আজিৰ পৰা যাম। সময়টো কটাই ভাল লাগিব। মানুহৰ লগত বেচিকৈ মিলিবলৈ সুচল ওলাব।

° ° ° °

নামঘৰত মোলাকাই সূত্ৰই নাট মেলি বহি আছে। বাৰটামান মানুহ গোট খাইছে। ময়ো গৈ ওলালোঁ। মৌজাদাৰ অহা নাই। আজি কিন্তু সকলো মানুহ অহাৰ কথা।

মই সুধিলোঁ—নাটখননো কি ?

সূত্ৰধাৰীয়ে ক'লে—হংসধ্বজ।

মহাভাৰতৰ কোনখিনিত হংসধ্বজৰ কথা আছে এবাৰ মনত পেলাই চালোঁ। মনত নপৰিল। আমাৰ কালে গাৱঁত

এনেকুৱা নাট নেগায়। মহাপুৰুষৰ ভিথিত তেখেতে লিখা নাটবেহে ভাওনা পাতে।

নামঘৰটো ঘোপ মৰা। মিঠা তেলৰ চাকিৰ খীণ পোহৰতে ওচৰৰ বাঁহতলীৰ মহবোৰ আহি উৎসৱ পাতিছেহি। সিহঁতৰ উৎপাতত অকণো ৰক্ষা পোৱা নাই। দুটামানে পৰিভালৰ ঘঁাত এটা জুৰিলে। একুট গীতো গোৱা হ'ল। হৰিৰ নামৰ মহিমা শুনি ভূত-প্ৰেতৰ দৰে মহ নপলাল। ভক্তৰ তেজ পিবলৈ আনন্দত নচা-বগা কৰিবলৈ লাগিল। এঘণ্টা মহৰ কামোৰ খাই বহি থাকিলোঁ। এতিয়াও মানুহ অহা নাই। মানুহবোৰৰ একোলৈকে উৎসাহ নোহোৱা হ'ল। যি কেইজন বুঢ়া গোট খাইছে তেওঁলোকো আহিছে পুণ্য আৰ্জিবলৈ। নামঘৰত সেৱা এটি কৰি, হৰি নামৰ মহিমা কীৰ্ত্তন কৰি সিপুৰীত এখন আছুতীয়া আসন পাবলৈ। কিন্তু ভাওনাৰ নচা-বগা ভাল ভঙ্গীৰে বচন মাতি ভাওনা ভাল কৰা আদি কথাত অকণো উৎসাহ নাই।

অৱশেষত মৌজাদাৰ ওলালহি। তেওঁ ক'লে—খোলৰ মাত শুনি ভাবিছিলোঁ বহুত ৰাইজ গোট খাইছে। পিছে নামঘৰ ৰিঙা। উস্, ৰাম, এই মানুহ বিলাকৰ আৰু সজ কথালৈ মতিগতি ন'হব। চহৰতো দেখিলোঁ খ্ৰীষ্টিয়ানবোৰ সদায় গীৰ্জালৈ যায়, মুছলমানবোৰো মজিদলৈ যায়। আমাৰবোৰহে নতুন বতাহে পাইছে।

সূত্ৰই মাত লগালে—এই ডেকাবাহে বেয়াৰ্লৈ বুলি

আগলি কাটিছে, মৌজাদাৰ দেউতা।

কান্ধত খোল লৈ থকাটোৱে তাকে সমৰ্থন কৰিলে।

মৌজাদাৰে ক'লে—পিছে এতিয়া কি কৰাহঁক ?

সূত্ৰই ক'লে—এই কেইটা মানুহেৰে কি হ'ব, দেউতা মৰিশালীলৈ ইয়াতকৈ বেছি মানুহ যায়।

—হ'ব দিয়া। ইমান হতাশ হৈছা কিয় ? সকলোৱে খবৰ পোৱা নাই যেন পাইছোঁ। গায়ন আহিলনে নাই ?

এজনে ক'লে—গায়ন নাহে। মোক কৈছে, তেওঁৰ ঘৰ উকৰিছে। উদৰীত খেৰ কাটিবলৈ গ'ল। এসপ্তাহ অহাই নাই।

—হৰিশিঙাৰ কি হ'ল ?

আন এজনে ক'লে—তেৱোঁ অহাৰ আশা নাই। তেওঁ পাইপ লাইনৰ কোম্পানীত কাম বিচাৰি ফুৰিছে।

তথাপি মৌজাদাৰ হতাশ নহ'ল। আকৌ সুধিলে—সেই যে খুব ভালকৈ গোঁসাই ভাও লয়, এস, নামটো কি, অ' মনত পৰিছে—মুকুন্দ। সি কিয় নাহে ?

—সি দেউতা লালীয়া কেঞাৰ দোকানত গোমোচ্‌তাৰ সোমাইছে। আজৰিকে নেপায়।

মৌজাদাৰে আৰু খবৰ লৈ জানিলে যে অৰ্জুন আৰু পুৰঞ্জয়ৰ ভাও দি সকলোৰে প্ৰশংসা পোৱা মহিম আৰু বসন্তও গাৱঁত নাই। সিহঁত কোম্পানী এটাত ডি, ডি, টি ছটিয়াই ফুৰা কামত সোমাল।

মৌজাদাৰক অলপ বিচলিত দেখা গ'ল। ক'লে—এই কোম্পানীবোৰেই মানুহক বলিয়া কৰিলে। সেই বুলি গাওঁত মানুহ নোহোৱা হ'লনে? নল মৰিলেও গজালি ওলায়, কেকুৰা ধানৰ গুংটো গুচাই সিঁচি দিলেও পাছৰ বছৰ গুড়েৰে সৈতে থোক ওলায়। কি কোৱা সূত্ৰ?

—হয় দেউতা। শিকালে সকলোৱেই পাৰিব। মমিচৰ অসাইধ কি আছে।

এজনে পৰামৰ্শৰ সুৰত ক'লে— দেউতা, কাইলৈ ঘৰে ঘৰে খবৰ দিওৱা হওক। তেতিয়াহে সকলো জনা যাব।

সেয়ে সিদ্ধান্ত হ'ল। মানুহ মতাৰ বাব মোৰ ওপৰতো পৰিল। ঘৰে ঘৰে কৈহে গ'লোঁ। কিন্তু কোনেও বেছি আগ্ৰহ নেদেখুৱালে। সেই জুমুঠি লৈ মৰা বখলিয়াবলৈ যোৱা মানুহটোক কওতে সি মোক ওভোটাই কিবা কিবি ক'লে।

আপুনি গাৰাম বাবু হৈ এইবোৰ কি কৰি ফুৰিছে? মানুহৰ ঘৰে ঘৰে কি বিপদ আপুনি জানো জানে? ভাওনা পাতিলে জানো মৌজাদাৰে সিহঁতক ভোকৰ ভাত মুঠি দিব?

মই একো নকলোঁ। কাৰণ, এই ভাদ মাহটোত গাওঁৰ অৱস্থা দেখিলে কোনেও দুখ নকৰি নোৱাৰে। ভালেমান মানুহৰ ভঁৰালত ধান নাই। ভালেমানৰ সলাই পিন্ধিবলৈ দুখনকৈ চুৰীয়া নাই। অভাবে ইহঁতৰ মন শুকান কলপটুৱা কৰিছে।

• • • •

ভথাপি পাছদিনা একুৰি মানুহ গোট খালে। মৌজাদাৰৰ বৰ আনন্দ।

ভেখেভে সুধিলে—বচনবোৰ লিখা হ'লনে?

সূত্ৰধাৰীয়ে ক'লে—নাই হোৱা। পিছে সেইবোৰ ভাৱ-ৰীয়াই লিখি লিখি ল'ব। লিখিব পঢ়িব নজনাবোৰে সদায় আখৰা কৰিয়েই মুখস্থ কৰিব পাৰিব। আজি ভাও বিলালেই হ'ল।

ভাও বিলাবলৈ বৰ টান হৈ পৰিল। পুৰণা ভাৱৰীয়া এটাও অহা নাই। আহিছে কাম-কাজ নকৰা কেইটামান ধিভিঙা ডেকা। গতিকে নতুন মানুহকে প্ৰায়বোৰ ভাও দিয়া হ'ল। এভিয়া লেখা লাগিল হংসধ্বজ ৰজাৰ ভাওটো লৈ। এইটো ভাও নতুন মানুহক দিব নোৱাৰি। মুক্তাৱলী, পঁয়াৰ, বিলাপ এই সকলো বিলাকেই হংসধ্বজে মাতিব লাগে। নাট-খনৰ মূল ভাও হংসধ্বজহে। নতুন মানুহক দিলে শংকৰ দেৱৰ ভিখিত ভাওনা পতা নহ'ব। ইমান সোনকালে শিকিব নোৱাৰিব। এইটো অঞ্চলত হংসধ্বজৰ ভাও কৰিব পৰা মানুহ এটাইহে আছে। মানুহটো হ'ল বনমালী। সি আজি অহা নাই। ভাক ভুৰাৰ খবৰ কৰিলে। সি কিন্তু নাহো বুলি ক'লে। বাইজেই ৰজা। সেই বাইজলৈ সি কেনেকৈ নকৰে।

—মভি, ভই বনমালীৰ ভালৈ গৈছিলি নহয়? এজনে সুধিলে।

—গৈছিলোঁ, বনমালীয়ে মোক চুই কিস্তাবলৈহে বাকী থ'লে।

মতি বোলা ল'ৰাটোৱে উত্তৰ দিলে। মৌজাদাৰ গৰ্জ্জি উঠিল—বনমালীৰ ইমান সাহ! এতিয়াও তাৰ দুবছৰৰ খাজানা দিবলৈ বাকী।

তাৰ ঘৰ কোৰোক দিয়াম। সি ৰাইজতকৈ ডাঙৰ হ'ল? সি আমাক পানীয়ে মৰা বাও বুলি ভাবিছেনে কি?

ৰাইজৰ এজনে ক'লে—আপুনি এতিয়া ইমান খং দেখুৱালে আমাৰ কাম নিসিজে। লাগে পাছতো কোৰোক দিয়াওক। এতিয়া তাক জোকাই ল'লে সৰ্ব্বনাশ হ'ব। হংসধ্বজৰ ভাও তাৰ বাহিৰে কোনেও কৰিব নোৱাৰে।

খং নামে চাণ্ডাল বুলি জানি মৌজাদাৰ অনুতাপত ছাঁই হৈ গ'ল। ৰাইজৰ মাজত বনমালীৰ কথা ওলাল! স্বৰাজ পোৱা বছৰ বাৰ খেলৰ ভাওনা হৈছিল। বনমালীয়ে হংসধ্বজৰ ভাও লৈছিল। সি বৰ চাহাবৰ পৰা এটা সোণৰ মেডেল পাইছিল। ভাও শেষ হোৱাৰ পাছত ক'ৰ চুণ্ডৰ সত্ৰাধিকাৰে ভাও দেখি সন্তোষ পাই মূৰত ধৰি আশীৰ্ব্বাদ দিছিল—বোপাই তোৰ ৰজাৰ দ'ৰে ধন-সোণ হওক। ঈশ্বৰে তোক চকুমেলি চাওক। এতিয়াও হংজধ্বজৰ ভাওটো ৰাইজৰ নমৰে মানে মনত থাকিব। এইটো ভাওতকৈ সুধনাৰহে যচন্দ্ৰ বেছি। কিন্তু ভাও কৰিব জানে কাৰণেই হংসধ্বজৰ ভাওত বনমালীয়েহে সকলোকে চেৰ পেলায়।

মোলোকাই সূত্ৰৰ সেই ভাওনাটোৰ কথা মনত পৰাত মনটো বৰ কোমল হৈ পৰিল কিজানি। তেওঁ ক'লে—বন-মালীৰ মগজটোও বৰ পৰিষ্কাৰ। তাৰৰ সময় পৰিলেই কথাবোৰ টপ্ টপকৰে মনত পৰে। যেতিয়া ৰাজসূয় যজ্ঞৰ ঘোঁৰা ধৰি অনা হল, তেতিয়া হংসধ্বজৰ বীৰৰ বচন শুনি সমজুৱা নিতাল মাৰে। সি বনমালী সঁচাকৈয়ে নিজকে পাহৰি হংসধ্বজ হৈ পৰে। সেই মুখ দেখি ল'ৰা-ছোৱালী ভয়তে পেপুৱা লাগে।

আন কেইজনমানেও বনমালীৰ ভাও দিয়াৰ কথা উলি-য়ালে। সেই ভাওনা নেদেখাবোৰে ৰূপকথাৰ আশ্চৰ্য্য অনুভৱ কৰিলে। অৰ্জ্জুনৰ ভাও এইবাৰ পাইছে কমল'বাই। তাৰ এইবোৰ শুনি বৰ উৎসাহ।

সি সুধিলে—সূত্ৰ কাই, বনমালীয়ে আটাইতকৈ কোন-খিনিত ভাল কৰে? পুতেক সুধনাক তপত তেলত দিয়াৰ সময়তনে, যুদ্ধত শত্ৰুৰ সমুখাসমুখি হোৱাৰ সময়ত।

সূত্ৰই ক'লে—তপত তেলত দিয়াৰ সময়ত। যুদ্ধ আৰম্ভ হ'ল। সুধনা হ'ল আচল যোদ্ধা। বাহিৰত সেনাৰ কোলা-হল। অথচ সুধনা অন্তেষপুৰৰ পৰা ওলোৱা নাই। দেৰি হৈ গৈছে। সেই সময়ত হংসধ্বজ ৰজাৰ মনৰ বিয়াকুল অৱস্থা বনমালীয়েহে মাথোঁ দেখুৱাব পাৰে। সেই সুধনা ৰাজসভালৈ আহিল, তেতিয়া হংসধ্বজৰ গৰজনি কি শুনিব। মনমালীৰ মাতত নায়কৰ মুখচ উফৰি পৰিব খোজে। যেতিয়া

খুঁজলৈ বিলম্ব কৰাৰ কাৰণে সুধনাক তপত তেলত ডুবাই মৰাৰ কথা শুলাল আৰু তপত তেলত সুধনাৰ বহিবলৈ হুকুম হ'ল, তেতিয়া ৰাইজৰ মাজত ইস্ ইস্ লাগিল। সকলোৰে দুখ কিন্তু সেই সময়ত হংসধ্বজে যেনেকৈ কাঠ-চিতিয়া ভাব দেখুৱায়, সেইখিনিহে চাবলগীয়া। তাৰ চকু দেখিয়েই বুকু লৰি যায়। এনে ভাৱৰীয়া আৰু দুপজিৰ।

মৌজাদাৰেও কথাবোৰ শুনি গ'ল। বোধকৰোঁ, বনমালীৰ গুণ শুনি তেখেতৰ মনটো কুমলি পৰিল। তেখেতে ক'লে—ইমান ভাল ভাৱৰীয়াটোৱেনো আথৰা চলি থাকোতেও ঘৰত বহি থাকিব পাৰেনে? তাহানি হাইস্কুলত পঢ়োতে টুৰ্ণামেণ্টত খেলিছিলোঁ। এতিয়াও ফুটবল খেলা দেখিলেই হাত-ভৰি কট্‌কটাই থাকে।

ছুটামানে তাকে শুনি হাঁহিলে। বোধকৰোঁ মৌজাদাৰেও যে এদিন ফুটবল খেলিছিল, এই কথাটো জানি আমোদ পালে।

এটাই ক'লে—বনমালী বৰ অঁকৰা। নাহো বুলিছে যেতিয়া সি নাহে। অঁকৰা মৈৰ পৰা নেনামে।

মৌজাদাৰে ক'লে—সিনো ইমান মইববনে? বাৰু, ময়ে সৰু হওঁ, সিয়ে ডাঙৰ হওক। ময়ে কাইলৈ তাৰ ঘৰলৈ যাম। এতিয়া মই ৰাইজক কওঁ, আজিৰ পৰা ভালকৈ আথৰা হওক। বনমালী হংসধ্বজ হ'বই লাগিব। একো চিন্তা কৰিব নেলাগে।

সেইদিনা আথৰা শেষ হ'ল। যাবৰ সময়ত মৌজাদাৰে

মোক সুধিলে—তোমাৰ বনমালীৰ লগত চিনাকি আছেনে?

মই ক'লোঁ—চিনাকি আছে। পিছে বৰকৈ কথা-বতৰা নাই। তাৰ বাৰ বছৰীয়ামান ল'ৰাটোৱে মোক এপোৱাকৈ গাখীৰ দি আছিল। এই ছদিন সিয়ো অহা নাই।

তেখেতে ক'লে—তেনেহলে তুমি এটা কাম কৰা কাইলৈ দহোটামান বজাত তুমি বনমালীৰ তালৈ যাবা। তুমি গৈ অকণমাণ পৰ থকাৰ পাছতে মই ওলামগৈ। আগতেই গৈ তুমি ভাও লোৱাৰ কথা কৈ থাকিবা। পাছত দুয়ো জোৰ কৰিম।

০ ০ ০ ০

সেই মতেই মই বনমালীৰ ঘৰ পালোগৈ। সি বহিবলৈ দিলে। মই সুধিলোঁ—ই জগত ক'লৈ গ'ল। এই ছদিন সি গাখীৰ দিয়া নাই। গৰুৱে পিয়ন চাৰিলেনে কি?

—গাখীৰ ওলাইছে। সি নাই কাৰণেহে আপোনাক গাখীৰ দিব পৰা নাই  দৈ কৰি থৈছোঁ। মঙ্গলবৰীয়া হাটত বেচিমগৈ।

—গাখীৰনো ওলায় কিমান?

—এপোৱা। তাকো নেবেচিলে নহয়। ঘৰত গেবেলা-গেবেলী এসোপা ল'ৰা-ছোৱালী আছে। সিহঁতৰ মুখৰ গাখীৰ কাটিও বেচিব লাগে। নহ'লে জোৰা নমৰে।

এইখিনি কথা ইমান নম্ৰ হৈ ক'লে যে মোৰ বিশ্বাস নহ'ল—এইটো মানুহেই হংসধ্বজৰ ভাও লৈ মায়ধৰ তাল-

ফাল লগাব পাৰে। তাৰ কথাবোৰত অকণো উত্তাপ নাই। দাৰিদ্ৰ্যই, স্পষ্ট মাতটোও বোধ কৰিছে! মোৰ বৰ বেয়া লাগি গ'ল। ঘৰটো লক্ষ্য কৰিলো, বনমালীয়ে পিন্ধি থকা চুৰিয়া খনৰ দৰেই তাপলি মৰা। মাজে মাজে ভুমুকি মৰা ল'ৰা-ছোৱালী কেইটি দেখি অনুমান হ'ল— সিহঁতে যেন কেৱল হাড লৈহে উপজিছিল। এনে অৱস্থা দেখি হংসধ্বজৰ ভ্ৰাও দিয়াৰ কথা উনুকিয়াব নোৱাৰিলোঁ। মাথো সুধিলোঁ—জগত নাই বুলি যে ক'লে, সি কৰবালৈ পলাই চলাই গ'লনে কি? আজি কালিৰহে যি ল'ৰা-ছোৱালী।

—পলাই ক'লৈ যাব? সি তেনেকুৱা ল'ৰা নহয়। বৰ ভাল ল'ৰা। মইহে তাৰ মূৰ খাইছোঁ। মই বাপেকী হৈ তাৰ বং চাইছোঁ।

মই একো বুজিব নোৱাৰিলোঁ। জগতৰ কথা কৈ মানুহ-টোক বেছিকৈ দুখ দিয়া যেন লাগিল। বনমালীয়ে মোৰ কৌতুহলটো বুজি পাই আকৌ ক'লে—আপোনাক আঁতৰৰ মানুহ বুলিয়েই মই জগতৰ কথা নাই কোৱা বুলি নেভাবিব। গঞাক নকলেও আপোনাক ক'ব পাৰোঁ। কিন্তু নকওঁ। মই বাপেকীটো হৈ সেই কথা ক'বলৈকো গলৰ পৰা কথা নোলায়। মই সাতোলা ঘৰৰ মান সন্মানৰ মূৰ খাইছোঁ।

বনমালীৰ মাতটো থোকা-থুকি হ'ল। শেষৰ খিনি কথাই মোক বেছি বিমোৰত পেলালে। জগতক ভাল ল'ৰাও বুলি কৈছে, তাৰ কাৰণে সাতোলা ঘৰৰ মান-সন্মানৰ মূৰ

খোৱাৰ কথাও কৈছে। কথাবোৰে যেটিকৈ সাঁথৰৰ পেঁট লৈছে।

পদূলিমুখত মৌজাদাৰৰ কাঁহৰ শব্দ শুনা গ'ল। 'মিক্সাৰ' খোৱা মানুহৰ কাঁহ শুনিলেই ধৰিব পাৰি। গাৱঁত মিক্সাৰ এজনেহে খায়। বাকীবোৰে চলত পালে খেঁাৱাখোৱা খায়, বিড়ি খায় নাইবা মান চেধা খায়।

মৌজাদাৰে মাত দিলে—বনমালী আছানে?

আছোঁ দেউতা বুলি কৈ বনমালীয়ে ছুখৰি পীৰা এডোখৰ আগ বঢাই দিলে। মোক দেখি মৌজাদাৰে ক'লে—অ' তুমিও।

মই মাথোঁ মুখলৈ চাই পৰিচিত ভঙ্গীত মুখখন অলপ আকাৰত স্বকীয়া কৰি দেখুৱালোঁ।

মৌজাদাৰে একো ক'বলৈ নৌ পাওঁতেই বনমালীয়ে কাকোঁ-কোকালি কৰি ক'লে—দেউতা এইবাৰলৈ চকু মেলি চাওক। চৰকা বেমাৰত গৰু এটা মৰিল। এটা কিনিবলৈ ধন নোহোৱাত মাটি চন পৰিল। এতিয়া খাবলৈকে একো যোত্ৰ নাই। এইবাৰলৈ কোৰোক নিদিব। এই মাহৰ পৰা মই মাহে মাহে খেজেনাৰ কিস্তি দি যাম।

খাবলৈ যাৰ ভাত নাই সি কেনেকৈ মাহে মাহে খাজানা দিব, সিও এক সাঁথৰ। মৌজাদাৰে কিন্তু সদয় মুখেৰে হাঁহি ক'লে—তুমি মোক এইবোৰ কি কৈছা বনমালী? মোৰ মাজু ল'ৰাইহে মৌজা চলায়। মৌজাও তাৰ নামতে।

—তেনেহলে তেওঁকে ক'ব, দেউতা, এই মাহুত যাতে কোৰোক-চোৰোক নিদিয়ে। মোৰ ল'ৰাটোৱে ঘটিব পৰা হৈছে। খেজেনা লাহে লাহে দিব পাৰিম।

কোন ল'ৰাই ঘটিব পৰা হৈছে, মৌজাদাৰে একো সুস্থিলে। কাৰণ বাৰ বছৰীয়া জগতক মৌজাদাৰে চিনি পোৱাটো অসম্ভৱ। ঘটিব পৰা হৈছে যেতিয়া ভাল কথা বুলি কৈ তেখেতে ভাওনাৰ কথা উলিয়ালে, বনমালীৰ গুণ গালে আৰু এইবাৰ বনমালীক হংসধ্বজৰ ভাও ল'বলৈ অনুৰোধ কৰিলে। শুনিয়েই বনমালী এটা বেলেগ মানুহ হৈ পৰিল। চকুৰ দৃষ্টি প্ৰতিশোধ-পৰায়ণ সাপৰ দৰে। সি চৰাখনৰ পৰা ঘপহকৰে থিয় হ'ল আৰু ক'লে—দেউতা, ৰাইজে কৈছে যেতিয়া মই আখৰালৈ যাব পাৰোঁ, ভাৱো ল'ব পাৰোঁ। সেই-বুলি মোক কাঁচীশালত তুলিলেও হংসধ্বজৰ ভাও ল'ব নোৱাৰোঁ। নিজৰ ল'ৰাক তপত তেলত দিযো যি বাপেকী হৈ চাই থাকিব পাৰে সেই পাতকী বাপেকীৰ ভাও মই ল'ব নোৱাৰোঁ। এদিন সেই ভাও লৈছিলোঁ কাৰণেই আজি মই পাপত ডুবিছোঁ। ঘৰৰ উপাৰ্জনৰ কাৰণে নিজৰ কুমলীয়া ল'ৰাটিক চাকৰ খাটিবলৈ পঠাইছোঁ। সাতোলা বংশৰ নাম ডুবাইছোঁ। জগতক মই তপত তেলত দি ৰং চাইছোঁ। মই কোন সভৰে হংসধ্বজৰ ভাও লৈ সুধনাক শাস্তি দিওঁ?

ইমানখিনি কথা একে উশাহেৰে কোৱা যেন লাগিল। কৈ বনমালীয়ে বেৰত মূৰটো হলাই ঘন ঘনকৈ উশাহ ল'লে।

এটা দীঘল হুমুনিয়াহ কাঢ়িলে। মৌজাদাৰে মাথোঁ ক'লে—বাক এবাৰ আখৰালৈকে যাবাচোন। জনা-শুনা মানুহ যেতিয়া অলপ শিকাই বুজাই দিবা।

বনমালীয়ে কি কয় শুনিবলৈ বৈ নেথাকি মৌজাদাৰ গুলাই আহিল। ময়ো লগতে আহিলোঁ। মই মৌজাদাৰৰ মুখলৈ বাৰে বাৰে চালোঁ। তেখেত অযথা গহীন। পাঞ্জাবী চোলাৰ জেপলৈ হাতখন নিয়া দেখিলোঁ। জেপটো কিছুমান কাগজেৰে ঠাহ খোৱা। ভাবিলোঁ, জেপত কিজানি নাটখন নতুবা খাজানা আদায় কৰা ৰচিদ। কিন্তু মোৰ সকলো অনুমান ভুল। তেখেতে কাগজখিনি জেপৰ পৰা উলিয়াই এবাৰ লুটিয়াই চালে। সেইবোৰ ছপা আখৰৰ কাগজ। বহুত অখ্যাত মানুহৰ নামে ছপা আখৰত স্বীকৃতি পাইছে ভোটাৰলিষ্ট ৰূপে। তাৰ কাষে কাষে হাতে লিখা কিছুমান হিচাব। বোধকৰোঁ ভোটপোৱাৰ আনুমানিক সংখ্যা। সাত মানুহৰ আগতেই এই লিষ্টবোৰ তেখেতৰ হাতত দেখি আচৰিত হলোঁ। বোধকৰোঁ সিবাৰেই আনি থোৱা লিষ্ট। অতিকৈ আচৰিত হ'লো, তেখেতে যেতিয়া মোৰ আগতেই তৎমুহূৰ্ত্তে সেই লিষ্টবোৰ টুকুৰা টুকুৰ কৰি ফালি পেলালে।



# দৈন্য

কথাতে কয় বোলে বেয়াদিন যেতিয়া আহে পুৰিলোৱা মাছটোও সাতুৰি গুচি যায়। শ্ৰীবৎস ৰজাক শনিয়ে পোৱাত ৰাজ্য গ'ল, ধন-সম্পত্তি গ'ল, শনিগ্ৰহৰ অথন্তৰ দূৰ হ'ব বুলি কোনোৱে কলে বোলে এটা পোৰা মাছ খালেই সকলো বিপদৰ ওৰ পৰিব। কিন্তু কি দুৰ্কপাল! ৰাণীয়ে মাছটোৰ ছাই গুচাবলৈ পানীত ধোঁওতেই মাছ জী উঠি সাতুৰি আঁতৰি গ'ল। সেই দিনাৰপৰা বিপদে বেছিকৈহে মেৰিয়াই ল'লে।

ৰাতুল কেৰাণীৰো এই কেইমাহ অতি বেয়া দিন। মাহ-টোত এটা নহয় এটা বিপদ আছেই। যদি ঘৰখনত শনিয়ে বাহ লোৱা নাই, তেনেহলে পাৰচৰাই কেইটাই কেতিয়াও ঘৰ নেৰাকৈ নেথাকে। পোনতে সাতটা পাৰচৰাই আছিল। দুমাহৰ পাচতে তিনিটা নোহোৱা হ'ল। সেই মাহতে মণ্টুৰ মাকৰ কাৰলতিৰ চেপত নেৰেঙা এটা হ'ল। বিষত ভত নাই। চিৰিঙতি পৰা ফুৰত মানুহজনীৰ সাতদিনমান থৰ-কাচুটি হেৰাইছিল। ৰাতুলে এমাহ নিজে ভাত ৰান্ধি মণ্টুক খুৱাইছিল, ঘৈণীয়েকক খুৱাইছিল আৰু নিজেও এমুঠি নাকে কাণে গুজি অফিচ কৰিছিল। ঘৈণীয়েক মাইচাৰ নাৰেঙাটোত ভালেমান মলম লগালে। পোন্ধৰ টকামান গ'ল। শেষত

বাৰুকৈ ডাক্তৰ লগোৱাত পঁচলাখ পেনিচিলিনৰ বেজী এটা দিযাত নাৰেঙা শুকাই টোটোৰা পৰিল। ৰাতুলে স্বস্তিৰ নিশ্বাস ল'লে। কিন্তু পাচৰ মাহ বৰ জোৰা মাৰি চলিব লগা হ'ল। মাইচাৰ অসুখত প্ৰায় একুৰি পঁাচ টকা মান খৰচ হৈছিল। আঠাম্নবৈ টকা আঠ অনা দৰমহা পাই পৰিযাল পুহিবলগীযা কেৰাণী এটাই এমাহত পচিশ টকা খৰচ কৰা কম কথা নহয। গেলামালৰ দোকানত এতিয়াও উনৈশ টকাৰ বাকী আছে। তত্নপৰি পুতেক মণ্টুৰ পোছাক-যোৰত টাপলি পৰিছে। আৰু এযোৰ নিকিনিলে তাক এফালে ফুৰাবলৈ নিবই নোৱাৰি। 'কোকোলা' তেলৰ বদলি মিঠা-তেল ঘহোঁতে মাইচাৰ চুলি ৰঙামূৰীয়া পৰিছে।

এটা কথাত ৰাতুলৰ মনটো মৰি গ'ল। পঁাচটা পাৰৰ আৰু দুটা উৰি গ'ল। সঁচাকৈয়ে তাৰ বেয়া দিন আহিছে। তাৰ মনত পৰিল অনুপ মৌজাদাৰৰ কথা। মৌজাদাৰৰ টিঙৰ বঙলাটোত দুশমান পাৰই দুপ্দুপাই থাকে। কিন্তু তিনিমাহৰ ভিতৰতে গোটেইখিনি পাৰই ঘৰ এৰিলে। নিম্নান্ত বস্তু বৰ সৰবজান। প্ৰতিটো পাৰই ঘৰ এৰাৰ সময়ত জানি-ছিল যে মৌজাদাৰৰ অৱস্থা কি হ'ব। সেই কেইমাহতে মৌজাদাৰৰ যি অৱস্থা। কিস্তি শোধাব নোৱাৰাৰ বাবে মৌজা গ'ল। কলেজত পঢ়া ডাঙৰ ল'ৰাটোৰো সন্নিপাত জ্বৰত যোৱাথোৱা অৱস্থা হৈছিল। তেনেহলে ৰাতুলৰো

তেনে এটা দিন আহিছে। হালধিআটিৰ গণক বাপুৱে ক'লে বোলে বহাগলৈকে তাক বিপদে নেৰে। তেনেহলে গণক বাপুৰো গণনাৰ জোৰ কম নহয়। নহলেনো এই মাহতে আৰু দুটা বিপদ হ'ব লাগেনে? তিনিমাহৰ ইলেক্‌ট্ৰিকৰ বিল পৰি আছে। একুৰি দুটকা। মাইচাৰ অসুখৰ সময়ত ৰাতিটো বিজুলী বাতি জ্বলাবলগীয়া হৈছিল। গেলামালৰ দোকানী শঙ্কৰেও তাক গৰম গৰম কথা শুনাই দিলে। এই মাহৰ পৰা হেনো তাক আৰু বাকীকৈ মাল নিদিয়ে। নিৰুপায়। ঘঁাটি হিচাপৰ জোৰ মাৰিব পাৰিব বুলিয়েই সি গাৱঁৰ ফালে গৈছিল। গাৱঁত তাৰ আটৈপূৰা মাটি আছে। তাকে মানুহক খাবলৈ দিছে। সেই মানুহখিনিৰ পৰাও কেইমোণমান ধান পায়। ভাবিছিল তাকে বেচি জোৰাফোন্দা মাৰিব। কিন্তু গাৱঁত গৈ গম পালে যে ধান তোলা অসম্ভৱ। আধি খোৱাৱে এটাই ক'লে—বোপা, আমাৰ পেটতে চাউল এমুঠি নাই। ধান চপাবলৈকে নেপালোঁ। গান্ধীপোকে গোটেইখন পথাৰ খাস্তাং কৰিলে।

সি অধোমুখে উলটি আহিল। অহা-যোৱাৰ তিনি টকা এনেয়ে গ'ল। আহিয়েই শুনিলে, চোৰে ঘৰৰ পৰাই চাইকেল-খন লৈ গ'ল। ভাত চৰু ঘৰটোৰ বেৰ ভাঙি বাচন-বৰ্ত্তনখিনিও নিলে। সি দু'দিনমান কলাপাততহে ভাত খাবলগীয়া হৈছিল। বাকৈকৈ মহানন্দ উকীলৰ পৰা পোন্ধৰ টকা পালে কাৰণেহে ৰক্ষা পৰিল। সি মহানন্দৰ ল'ৰা দুটা ঘৰত পঢ়ুৱায়।

সিহঁতৰ কৃপাতেই হওক বা মহানন্দৰ কৃপাতেই হওক, কলা-পাতত আৰু ভাত খাবলগীয়া নহ'ল। কিন্তু সেইকেইটা টকাৰে সি দোকানৰ বাকী মাৰিব বুলিহে ভাবিছিল। শঙ্কৰে একেবাৰে বাকী নিদিম বুলি কলেও পোন্ধৰ টকা পৰিশোধ কৰাহেঁতেন বাকী দিলেহেঁতেন। দুখীয়া গ্ৰাহকক দোকানীয় বৰ বৰ কথা কয়েই।

পুৰা মনমাৰি সি বহি আছে। ঘৰখন নিজঞ্জাল। মণ্ ওলাই গৈছে। বাতুলৰ বাৰে বাৰে মনত পৰিছে চাইকেল-খনলৈ। আজিৰ পৰা তাৰ গাৰ কষ্ট দুগুণে বাঢ়িব। সদায় ভৰলুমুখৰ পৰা কেছাৰীঘাটলৈকে খোজকাঢি যাব লাগিব। চাইকেলখনৰ জোৰতেই সি বহুত কাম কৰিছিল। উজান বজাৰত ল'ৰা পঢ়ুৱাই ফাঁচীবজাৰত বজাৰ কৰিও ঘৰত কাম কৰিবলৈ সময় পাইছিল অকল চাইকেলখনৰ বলতে। কিন্তু আজিৰপৰা সেই অনা ডেলে। ঘৰৰ মালিকটোক বেৰকেইখন মেৰামতি কৰাবলৈ কতবাৰ কলে, কিন্তু সি কাণসাৰ নিদিলে। এাতযা জানো মালিকে তাক চাইকেল আৰু বাচনবৰ্তনৰ দাম দিব? সিফালে ঘৰৰ ভাড়া দুদিন দেৰী হ'লেই ক'ব— দিগদাৰ পাইছে যদি ইয়াৰ পৰা যাওকগৈ। আমি ইয়াতকৈ বেছি ভাড়া দিয়া মানুহ পাম। খবৰ কৰিয়েই আছে।

সি নিৰাশ হৈ এবাৰ চাৰিওফালে চালে। ঘৰৰ প্ৰতি-কণ ঠাইতে দাৰিদ্ৰই চুই গৈছে। মাইচাৰ মুখ দাৰিদ্ৰৰ আঁক লাগি আপচু হৈ পৰিছে। তাৰ কপালতো কিজানি

আঁক পৰি কিবাটো হৈ পৰিছে। সি আয়না প্ৰায়ে নেচায়। ডাটি খুৰুৱা দিনাহে মুখখনৰ লগত তাৰ দেখা-দেখি হয়। কাৰো মুখত হাঁহিৰ ৰেঙণি নাই। আনকি মণ্টুৰ মুখতো। আগতে তেও পাৰকেইটাযে ঘৰখন দোকমোক লগাই আছিল। সি আজিহে গম পালে যে বাকী তিনিটা পাৰৰ উৰি যোৱা আজি প্ৰায় এসপ্তাহেই হ'ল। এইটো বৰ কুলক্ষণৰ কথা। ইয়াতকৈ ডাঙৰ দুখো তেনেহলে তাৰ কপালত আছে।

সঁচাকৈয়ে আজিযেই তাৰ বিপদটো শকত। একেবাৰে লাজ-মান কাটি কৰি থবলগীয়া অৱস্থা। অফিচৰ ঠিকনাত এখন চিঠি পালে। ধুবুৰীৰ পৰা অভাৰছিযাৰত পৰা খুল-শালীযেক বকুলে লিখিলে যে তাই কামাখ্যা চাবলৈ আহিব গিৰিয়েকৰ লগত। দুদিনমান থাকিব। চিঠিৰ মতে তাই আজিয়েই পোৱাৰ কথা। ৰেলখন ৰাতি আঠোটা বজাত পাণ্ডু পাবহি। তাৰে পৰা টেক্সী লৈ ভৰলুমুখ পোৱা সহজ হ্ব আদি অনেক কথা লিখিছে। চিঠিৰ পৰা ধৰিব পাৰি যে ছোৱালীৰ বহুদিনৰ মূৰত ধুবুৰীৰ দৰে অ'াওহতীয়া ঠাই এখনৰ পৰা গুৱাহাটী হেন চহৰলৈ ফুৰিবলৈ অহাৰ চিন্তাত আনন্দৰ সীমা নাই। সৰ্ব্বনাশ। তাইৰ ভিনিহীযেক যেনিবা গুৱাহাটীত থাকিল, সেই বুলি গুৱাহাটীয়ে তাক দিছে কি? বাতুল দিনে দিনে বাঢি অহা গুৱাহাটীৰ কাৰণে একেবাৰে গৌৰৱান্বিত নহয়। আজি শালপতি আৰু খুলশালীয়েকৰ উপস্থিতিত সি জীয়াতু ভূগিব। বায়েকৰ চাবিওফালে দুৰ্গতি

দেখি চাগৈ বকুলে মাককো কথাটো ক'ব। মাকেও কিজানি জীযেকৰ দুৰৱস্থাৰ কথা শুনি চকুলো টুকিব। তাৰ ঘৈণীয়েক মাইচাযো বা তাৰ বিষযে কি ভাবিছে? তাই ভাবিছে চাগৈ পৃথিৱীৰ ভিতৰত যদি কোনোবা নিমাখিত প্ৰাণী আছে, তেনেহলে এই কেৰাণীবোৰেই। ইহঁতে অফিচত পাঙ্খাৰ তলত চকি এখন পালে কি হ'ব? ঘৰত যেনেকৈহে তাপি তুপি চলে, তেনেকৈ চলাতকৈ বনবাস খটাই ভাল।

তাৰ মগজুত আজি অনেক প্ৰশ্ন উঠিছে। গুৱাহাটীত ঘৰ ভাড়া পোৱা অতি অসুবিধা বুলিযেই যেনিবা অতি সাধাৰণ ঘৰ এটাত থকাৰ কথাটো আনপ্ৰকাৰে বুজাব পাৰিব। কিন্তু খুৱাব কি? ডাইল, ভাত আৰু নেমুটেঙা? আলহীক জানো এইবোৰ খুৱায়? বকুলে হযতো ধনী গিৰীযেকক ক'ব— ভিনহীদেউটো এনে কৰাইচ, দেও। এইবাৰৰ পৰা হোটে-লতে থাকিম। গিৰীযেকে হয়তো ভাবিব—খুলশালীৰ বিয়া হৈ যোৱাৰ পাচৰে পৰা ভিনিহীহঁতৰ মৰম নেথাকে। আৰু শুবলৈ দিব কত? ঢালাই বিচনাত। আলহীক জানো তেনেকৈ শুৱাবৰ নিয়ম আছে? সি বিমোৰত পৰি গ'ল। সেই বিষযে একেবাৰে ভাবিবলৈ এৰি দিলে। যি সমস্যাৰ পাৰ পাবলৈ টান সেই সমস্যাৰ বিষয়ে নভবাই ভাল। দুখী-য়াৰ আকৌ লাজ-অপমান কিহৰ? তাৰ ভিতৰুৱা অৱস্থা নজনাবোৰে তাক ধনী, ক্ষমতাশালী বা সম্মানী বুলি জানো ভাবিছে? অভাৱছিয়াৰ আৰু বকুলেও আনে ভবাৰ দৰেই

ভবা উচিত।

লগৰে ৰামেশ্বৰৰ পৰা পাঁচটকা ধাৰ লৈ অফিচৰ পৰাই বাহিৰে বাহিৰে বজাৰ কৰি আনিলে। আজিকালিৰ দিনত পাঁচ টকাৰ বজাৰ কৰিলেনো কিটো পাব? আলু, তেল আৰু খৰি কিনোতেই চাৰে তিনি টকা গ'ল। ডেৰ টকাৰ মাছ কিনিলে। আলহীৰ লগতে তেও নিজেও এমাহৰ মূৰত অকণমান মাছ মুখত দিব পাৰিব। কিন্তু ধুবুৰীৰ পৰা অহা মানুহৰ জানো এইবোৰ বস্তুত মুখ বহিব? ধুবুৰীতহে খোৱা বস্তুৰ যিমান সস্তা শুনোতেই বিচূৰ্তি। কণী হেনো টকাত চৈধ্যটা। মাংসৰ সেৰে দুটকা। দহ অনা পইচাতে একোটা বুজন কুকুৰা কিনিব পাৰি।

ঘৰ পায মানে গধূলিযেই হ'ল। ঘৰ অন্ধকাৰ। মণ্টু আৰু মাইচাই এচুকত মন মাৰি বহি আছে। সি মাত দিলে—তহঁতে লাইট্‌টোও জ্বলাই লোৱা নাই কিয?

মাইচাৰ মাতটো কঁপা কঁপা। তাই কলে—লাইট্ নাই। কোম্পানীযে লাইন কাটি দিছে। তাৰ মূৰত সৰগ ভাগি পৰিল। টোপোলাটো মাইচাৰ হাতত দি সি ওচৰৰ দোকানৰ পৰা মম বাতি কেইদালমান আনিলে আৰু বকুলহঁত অহাৰ কথা ক'লে। মাইচাৰ মুখ শুকাই গ'ল। একো কথাকে কব নোৱাৰিলে। মাইচাৰ মুখ দেখি ৰাতুলে ভাবিলে যে তাওকৈ তাই বেছি বিপদত পৰিছে। ভনীয়েক সোমাবহি এটা নিজীৱ ঘৰত। সিফালে ওচৰৰ শৰ্ম্মা উকীল আৰু ঘোষ

ইঞ্জিনীয়াৰৰ ঘৰত নীলা আৰু উজ্জ্বল বগা পোহৰৰ পয়োভৰ। ৰেডিঅ' বাজিছে। ল'নত ধুনীয়া ধুনীয়া চকি পাৰি পৰিয়ালৰ মানুহে ৰেডিঅ'ৰ গানকো তল পেলাই কথাৰ বগৰ তুলিছে। ঢুকাষৰ ছুটা ঘৰৰ তুলনাত তাৰ ঘৰটো মৰিশালী যেন।

তাৰ মগজুত শনিয়ে বাঁহ ললে। জীৱনত প্ৰথম বাৰৰ কাৰণে ঈৰ্ষাৰ তাড়নাত পৰি দোষ কৰিবৰ মন গ'ল। তাৰ মনত পৰিল, বিজুলী তাৰ কেইডালমান আমগছ এজোপাৰ দালৰ কাষেদিয়েই গৈছে। ওচৰত মানুহ নাই। আছে অফিচ এটাহে। সি কাকো একো নক'লে। গোঁ গোঁ কৈ সেইফালে আগবাঢ়ি গ'ল। ৰাস্তাৰ লাইটটো ভাঙি আমজোপাত উঠিল আৰু কঁকালত ওলোমাই নিয়া থুক্ৰীখনেৰে সিহঁতৰ ফালে যাব খোজা বিজুলী তাঁৰ দুডাল কাটি পেলালে। লৰালৰিকৈ গছৰ পৰা নামিল আৰু আলিৰ মানুহৰ মাজত সোমাল। এবাৰ উভতি চালে। এক স্বস্তিৰ নিশ্বাস ল'লে। বচ্। শৰ্ম্মা উকীলৰ ঘৰ অন্ধকাৰ। ঘোষ ইঞ্জিনীয়াৰৰ ঘৰ অন্ধকাৰ। ৰেডিঅ' বন্ধ। সি বাহিৰে বাহিৰে পাণ্ডু পালেগৈ। আঠটা বাজিলেই। ৰেল অহা নাই। সুধি জানিব পাৰিলে যে আৰু এসপ্তাহমান সেই ফালেদি ৰেল নাহে। বানপানীয়ে বঙাইগাৱঁৰ ওচৰৰ কেবাঠাইতো ৰেলৰ লাইন ছিঙিছে। সি দৰ আনন্দ মনেৰে ঘৰলৈ উভতি আহিল। চুবুৰীটো তেতিয়াও অন্ধকাৰ। অফিচত ফোন কৰি খবৰ

দিবলৈকো বোধকৰোঁ ফোনৰ লাইনদালো কটা পৰিল। কিন্তু বকুলহঁতক আৰু কবৰ দৰ্কাৰ নহল যে লাইন ছিগাৰ কাৰণেহে ঘৰত পোহৰ নাই। সি বহুত দীনতাই লুকুৱা-বলৈ চেষ্টা কৰিছিল। কিন্তু যি মানুহৰ ঘৰলৈ আলহী অহাও বিপদ, সি জানো মানুহ ? দাৰিদ্ৰই মানুহক মানুহ কৰি নেৰাখে। দাৰিদ্ৰই কাকো মহৎ কৰিব নোৱাৰে। কৰে নীচ, স্বাৰ্থপৰ আৰু দোষী।

সি মাইচাৰ মুখলৈকে চাব পৰা নাই, ভাত-পানী খাই বিচনাত পৰিযেই শুনিবলৈ পালে পাৰৰ গঁৰালত আকৌ কুৰুলি। সি উচপ খোৱা মানুহৰ দৰে উঠি বহিল। মাই-চাক লগত লৈ গঁৰাল পালেগৈ। মম বাতিৰ পোহৰত দেখিলে এহাল পাৰ। গাত সেন্দুৰৰ ৰং। বোধকৰোঁ কামাখ্যাৰ পৰা আহি ইযাত বাঁহ লৈছে। সিহঁতৰ নতুন আলহীক গা ধুৱালে। পাৰ হাললৈ বৰ মৰম লাগি গ'ল।

ৰাতুলে ক'লে—তেনেহলে আমাৰ আৰু বিপদ নাহে। পাৰই আকৌ লগ লৈছেহি। একেবাৰে মন্দিৰৰ পাৰ।

মাইচাই ক'লে—এৰা, ভাল দিন আহিবৰে কথা, কিন্তু আমাৰ জানো আয় বাঢ়িব ? ল'ৰা-ছোৱালী বাঢে মানে দিনে দিনে লাগলোৱা হৈহে যাব লাগিব। বিপদ হয়তো নাহিব পাৰে। কিন্তু দুখীয়া অৱস্থাটো খণ্ডাব পাৰিম জানো ?

তাকে শুনি ৰাতুলে ক'লে—ভাল দিন আহিলে আৰু আমাক কি লাগিছে ? সকলো কপালৰ লিখন। কাইলৈকে

যদি লটাৰীত আশী হাজাৰ টকা পাওঁ! এইবাৰ কি কথা ক'ব নোৱাৰোঁ, চিকিমৰ চিঠি খেলত দুটা টিকেট কিনি পেলালোঁ।

মাইচাই মাথোঁ এটা হুমুনিযাহ কাঢ়িলে আৰু লগে লগে দুধাৰি চকুলো বৈ গ'ল।



# মাপকাঠী

টঙ্কেশ্বৰ বৰুৱাৰ লগত জীযেকৰ হৈ দৰা বিচাৰিবলৈ যোৱা কথাটো আমাৰ কণিকাৰ মাকৰ আগত ঘূণাক্ষৰেও উলিওৱা নাই। তিৰিয়ে পুৰুষে হ'বা এক মতি বোলা কথা-ষাৰ আমাৰ মানুহৰ মুখে মুখে যদিও মই যোল্ল অনাই মানি নচলোঁ। সকলো কথাই শ্ৰীমতীক ক'বলগীযা হ'লে তাইৰ কেংকঙনিত মোৰ কাণ ঘোগোলা হ'ব, কথাই পতি কাজিযা লাগিব, ঘৰ গুচি বাঁহতল হব।

তথাপি পুৰাই পোছাক পিন্ধা দেখি শ্ৰীমতীৰ মনটো খুন্দুৱালে। যিকোনো পোছাক হোৱা হলে কাৰাবাৰ ঘৰলৈ যাওঁ বুলি কৈ থ'ব পাৰিলোহেঁতেন। মই আজি পিন্ধিছোঁ, তাহানি দৰা-বৰণত পোৱা 'ব্ৰেচ্‌লেট'ৰ ধুতি আৰু পাটৰ পাঞ্জাবী চোলাটো। বিচনাৰ তলত চুক ভেকুলীৰ দৰে পৰি থকা পামশ্যুযোৰ ৰং লগাই লৈছোঁ। বৰ সাৱধান হৈ যোৱাই ভাল। দৰাৰ ঘৰ আকৌ গাৱঁত। পিন্ধা-উৰাত অলপ জেঙা লাগিলেই বিপদ। লাগ-বান্ধ নোহোৱা পোছাক পিন্ধি ছোৱালীজনীৰ ভৱিষ্যত নষ্ট কৰাৰ ইচ্ছা নাই।

শ্ৰীমতীয়ে একো ধৰিব পৰা নাই বুলি অনুমান হ'ল। তাই ক'লে—আজি আকৌ নতুনকৈ দৰা হবৰ মন গ'লনেকি?

মই কলোঁ—এৰা, মনটো উৰ'লি উৰ'লি পাভটি চাওৰ

এলাঙ্কুবোৰৰ দৰে হ'ল। মন আৰু নতুন নহয়। পোছাক-টোকে নতুন কৰিছোঁ।

একেবাৰে বিশ্বাস সুমুৱাই দিব পৰা মিছা কথাটো কৈ খুব ভাল লাগি গ'ল। তেনেহলে মোৰ উন্নতি আৰু হ'ব। আজিৰ দিনত সঁচাৰ দৰে মিছা কথা ক'ব পৰা মানুহৰে উন্নতি বেছি।

তাই সুধিলে—কিন্তু অফিচলৈ জানো এনেকৈ পিন্ধি যাব পাৰিবা? অফিচৰ পচুলিতে কলৰ পুলি পুতি থ'ব লাগিব।

তাই দৰাৰ পোছাক পিন্ধি থকা দেখি মনে মনে কিজানি বৰ আমোদ পাইছে। যদি কল্পনা আছে, তেনেহলে এটি শুভদিনৰ সোঁৱৰণে তাইৰ মনটো উজ্বলাই পেলাইছে। সেয়েহে তাইক ক'লো—কাৰ সাধ্য মোক উপলুঙা কৰিবৰ? অফি-চাৰ হ'লেই যে কোট-পেন্ট পিন্ধিব লাগে, তাৰ কি মানে আছে? স্বৰাজৰ পাছত এইবোৰ পোছাকেহে আমাক শুৱায়। পিছে স্বৰাজৰ পাছত আমাৰ চাহাবী পোছাকৰ ধূণ চৰিছেহে। সিফালে আমাক শাসন কৰা সোপাই ধুতি-পাঞ্জাবী পিন্ধো-তেই ভৰ বয়স পাৰ হ'ল।

তাইৰ এইবাৰ উত্তৰটো আহ লগা। তাই ভাবি চিন্তি ক'লে—কথাবোৰ শুনিবলৈ ভালেই লাগিছে। পিছে এটা কথা। তুমি যদি এইযোৰ পিন্ধিয়েই ছুদিনলৈ হ'লেও অফিচ কৰিব পাৰা, তেনেহলে মোৰ নামত এজনী বান্দৰী পুহিবা।

—মানে?

—মানে তুমি নিশ্চয় অফিচলৈ নোযোৱা। মোক ভুৱা দিছা। নিশ্চয় তোমাৰ মনোভাব জটিল।

জুলুমত পৰি গ'লোঁ। তিৰোতাৰ মন,—চোৰাংচোৱাৰ মন। তিৰোতাৰ চকু—শেণৰ চকু। তুমি অকণো একাটি-সিকাটি কৰিবৰ উপায় নাই।

—মালতী, শুনা। মানুহৰ এটাইতকৈ লাগতিযাল বস্তু হ'ল ব্যক্তি স্বাধীনতা। ইচ্ছা মতে পিন্ধি উৰি গুলাই যাব-লৈকো তুমি মোক মুকলি মুৰীযা হ'বলৈ নিদিলা। হোমৰ গুৰিত সাঙোৰ খালোঁ বুলিযেই যিকোনো সময়তে তুমি মোক আজুৰি থাকিবানে?

মালতীযে দৈনিক খবৰা কাগজ পঢ়ে। কলেজতো হেনো ৰাজনীতি, অৰ্থনীতি আদি পঢ়িছিল। গতিকে মোৰ কথাৰ মৰ্ম্ম বুজিবলৈ টান নহ'ব বুলি মোৰ বিশ্বাস। তাই বুজিলে। কিন্তু বেছিকৈ বুজি লেঠা লগালে।

তাই ক'লে—যিমানখিনি স্বাধীনতা পাব লাগে তাতকৈ বেছি পইছা। সেই বুলি টঙ্কেশ্বৰ বৰুৱাৰ জোঁৱাই বিচাৰি যে যাবা, তাকেনো নোকোৱা কিয়?

এই তিৰোতা মানুহবোৰে খবৰবোৰ ক'ত সংগ্ৰহ কৰে ঠিক নাই। মই তাইক ক'ব খোজা নাছিলোঁ। এই কাৰণেই যে দৰা বা কইনা বিচাৰি দিয়াটো বৰ জেলেঙত পৰা কাম। ভৱিষ্যতে সম্বন্ধত আউল লাগিলে দৰা বা কইনা বিচাৰি দিয়াটোৱেহে এজোলোকা পায়। এই কথাময়ো জানো।

মালতীয়ে কিজানি বেছিকৈহে জানে। তাই দীঘলীয়া বক্তৃতা এটা দিব পাৰে বুলিযেই ঠিক ওলাই যাবৰ সময়ত কৈ যাম বুলি ভাবিছিলোঁ।

মই ক'লোঁ—তুমিনো নজনা কথা কি আছে ? সেই কাৰ-ণেই পৰীক্ষা কৰি চালোঁ। আজিহে তোমাক 'চাব্বাইচ্' দিব নোৱাৰিলোঁ।

ইয়াৰ পাছতেই তাইৰ পৰা সক সুৰা বক্তৃতা এটা শুনিবলৈ সাজু হৈ বলোঁ। তাই কিন্তু ৰান্ধনী ঘৰত সোমাল আৰু মোৰ আগত এজোপ লুচি থ'লেহি। ক'লে—দুপৰীয়া ভাত পোৱানে নোপোৱা ঠিক নাই। লুচি আটাই কেইখন খোৱা।

তাৰ পৰা অনুমান হ'ল, মই দৰা বিচাৰি ওলোৱাটো তাই পছন্দ কৰিছে।

কাষতে থিয় দি তাই কৈ গ'ল—কামাখ্যাৰ কাৰণে তুমি দৰা বিচাৰি ওলোৱা কথাটো শুনি স'চাকৈয়ে মোৰ বৰ গৰব হৈছে। তাই যে ইমান ভাল ছোৱালী। এনে নম্র স্বভা-ৱৰ ছোৱালী খুব কমেই আছে। তাইক যিটোৱে পাব, সি সঁচাকৈয়ে ভাল কপাল সাধি আহিব লাগিব।

কামাখ্যাক এই তিনি বছৰে দেখিছোঁ। তাইৰ গুণে মোক মুগ্ধ কৰিছে। নাৰীৰ অন্তৰমনে এতিয়াও মোৰ কাৰণে অচিন ৰূপে দেখা দিয়ে। সিহঁতৰ প্ৰতি ধাৰণা মই পলকে পলকে সল-লাই থাকিব লগা হয়। ভিৰোভাৰ চৰিত্র দেৱতাৰো অবি-

দিত বুলি সাৰুৱা বচন ফাকিৰ মাজে মাজে চমক লগা প্ৰমাণ পাই আহিছোঁ। সেই কাৰণেই কামাখ্যাক সাধাৰণ অৰ্থত ভাল ছোৱালী বুলি সিদ্ধান্ত কৰি আৰু বেছি ভবা নাছিলোঁ। মালতীয়ে কোৱাৰ দৰে ইমান বেছি ভাল হ'ব পাৰে বুলি কল্পনাও কৰা নাছিলোঁ। মালতীয়ে ভাল বুলি কৈছে যেতিয়া তাই ভাল হ'বই লাগিব। কাৰণ তাই লোকক শলাগিবলৈ বৰ টান পায়। লোকৰ খুঁত বেছিকৈ দেখে। তাইৰ মানত তাইৰ ভনীযেক কেইজনীয়েই আটাইতকৈ ভাল ছোৱালী আৰু মতা মানুহৰ ভিতৰত মযে পুৰুষ-পুঙ্গব। কামাখ্যাক শলগাটো এটা ব্যতিক্ৰমহে।

মালতীয়ে অৱশ্যে এটা সৰু সুৰা বক্তৃতাই দিলে। কিন্তু শুনি ভাল লাগিল। কামাখ্যাই হেনো নজনা কাম নাই। ঘৰখনত যেন তাই চিলনীৰ জীযেকহে। পিন্ধা উৰাতো ধুণ পেচ নাই। বি, এ পাছ ছোৱালী বুলি ক'বই নোৱাৰি। গপ-গৰজ লেশমানো নাই। এতিযালৈকে এটা ডেকা মানুহৰ লগত যিকোনো এষাৰ কথা পাতিছে বুলি কোনো চকু চৰহা মানুহে প্ৰমাণ দিব নোৱাৰে। একেবাৰে বোৱাৰীৰ লাযকৰ ছোৱালী। গাৰ্তো কাৰা মাক, দোষ দেখা নবৌযেক আৰু সঘনে ধমক দিব পৰা কেবাটাও ককাযেকৰ মাজত ডাঙৰ-দীঘল হোৱা ছোৱালীৰ ভিতৰতো এনে ছোৱালী পোৱা টান বুলি মালতীৰ বিশ্বাস। গতিকে মই তাইলৈ দৰা বিচৰাটো সঁচাকৈয়ে পুণ্যৰ কাম।

যাবৰ সময়ত মালতীক এটা কথা সুধিলো। ইমান ভাল ছোৱালী যদিও তাই এই দুবছৰ পৰি আছে কিয় ? বাপে-কেতো ছোৱালী উলিযাই দিযাৰ তালতে আছে।

মালতীৰ উত্তৰ বৰ চমক লগা আৰু কিজানি মৌলিক ঃ কথাতেই কয বোলে ধান দোণীযা ছোৱালী, সোণসেৰীয়া ল'ৰা। ল'ৰা লাগে উনৈশত বা বনোৱা হওক, তথাপি সি ল'ৰা। ছোৱালীৰ গুণ মানুহৰ চকুত নপৰে। পোনতে তাইক মানুহে জানিব লাগিব। কিন্তু ভাল ছোৱালীক জানিবলৈ মানুহৰ সুযোগ ক'ত ? মানুহে জানে গান শিকি ফুৰা কেইজনীমানক, মিটিঙত সভাপতিক মালা দিয়া এক শ্ৰেণী ছোৱালীক। তদুপৰি বাপেক যদি জনাজাত মানুহ নহয, তেনেহলে আজি কালিৰ দিনত ছোৱালীও চকুত নপৰে।

টঙ্কেশ্বৰ বৰুৱা জনাজাত মানুহ নহয। চাহ বাগানত গুদাম মহৰী আছিল। এতিযা পেঞ্চন পাই চহৰতে ঘৰ সাজি আছে। জনাজাত নহয সঁচা কথা। কিন্তু চিনাকি মানুহো বৰ কম। কিজানি বেছি ভাগ কাল বাগানত থকাৰ কাৰণেই। সেই কাৰণেই, যি কেইজন চিনাকি আছে, তাৰে ভিতৰত মোকে খুব ক্ষমতাপন্ন বুলি ভাবে। এৰা, আজি কালি নিজক জহাই ফুৰাটো সঁচাকৈয়ে বৰ লাগতিয়াল গুণ হৈ পৰিছে। টঙ্কেশ্বৰ বৰুৱা কোন শ্ৰেণীৰ ভিতৰত পৰে মই সঠিক নেজানো। তথাপি তেওঁৰ যদি এখন ধুনীয়া মটৰ থাকিলহেঁতেন আৰু সেইখন মটৰত উঠি কামাখ্যাৰ দৰে

ধুনীয়া ছোৱাজনীয়ে চিনেমা চালেহেঁতেন বা কৃষ্টি সভাৰ পহিলা শাৰীত বহি থাকিলহেঁতেন, তেনেহলে মটৰেৰে মানুহৰ মাপকাঠী বুলি ভবা এই চহৰখনত টঙ্কেশ্বৰ বৰুৱা জনাজাত হ'লহেঁতেন—কেৱল মটৰখনৰ কাৰণে আৰু ধুনীয়া ছোৱালী-জনীৰ কাৰণেও। তেতিয়া আৰু তেওঁ উপযুক্ত পাত্ৰক ছোৱালী যাচি হতাশ হ'ব নেলাগিলেহেঁতেন। মালতীৰ কথা শুনি মই ভাবি পালোঁ যে আৰু দুই ধৰণৰ ছোৱালী মানুহৰ মানুহৰ সোণকালে চকুত পৰে। মন-যৌৱনৰ কথা কোৱা, কথাক কৱিতাৰ ৰহণ দিয়া এবিধ কলেজীয়া ছোৱালী। সিহঁতে কৱিক কৱিতাৰ কথা কয়, সঙ্গীতজ্ঞক সঙ্গীতৰ কথা কয়, ৰাজনীতিৰ মানুহৰ আগত সংবিধানৰ কথা উলিয়ায়। একে লগে পঢ়া একুৰি ডেৰ কুৰি ল'ৰা তাকুৰি ঘূৰাদি ঘূৰায় আৰু ভোমোৰাৰ গুণগুণনি তোলায়. চাৰি পাঁচটা ডেকা প্ৰফেচাৰৰ মনত কৱিতাৰ জোৱাৰ উঠায়, বাকী দিব পৰা মণিহাৰী মালৰ দোকানীক নিয়মিত চকুৰ তৃপ্তি জগায় আৰু শেষত এটা গেজেটেড্ বিষয়া যোগাৰ কৰি তেওঁকো ঠগি-বলৈ বাট চাই ৰয়। কেৱল আকৰ্ষণীয় ৰূপটোৰ কাৰণেই। সিহঁতক কোনেও ধান দোনীয়া ছোৱালী বুলি ক'ব নোৱাৰে। আৰু এবিধ ছোৱালী আছে, সিহঁত জনাজাত কেৱল বাপেক-মাকৰ কাৰণেই। সকলো ঠাইতে বাপেক-মাকে সিহঁতৰ কথা ইমান জহাই ফুৰে যে সিহঁতৰ নামবোৰেও তেজ-মঙহৰ ৰূপ লয়। সিহঁত যেন বিজ্ঞাপনৰ পৃষ্ঠাত থকা একো একোজনী

অনিন্দ্য সুন্দৰী। কিন্তু টঙ্কেশ্বৰ বৰুৱা বা তেওঁৰ গৃহিনী তেনে ধৰণৰ নহয় কাৰণেই কামাখ্যাই ৰূপ আৰু গুণ লৈয়ো এই দুবছৰ লটাৰীৰ টিকেট এটাৰ দৰেই এচুকত পৰি আছে। সঠিক কথা ক বলৈ হ'লে, লটাৰীৰ টিকেটো বুলিব নোৱাৰি। ঠিকনা নিলিখা লেফাফা এটাৰ লগতহে তাইৰ তুলনা হয়। লেফাফাই আবৰি ৰখা চিঠিখন কিন্তু বৰ ভাল চিঠি। এজ-নৰ জীৱনত কৱিতাৰ বোল সানিব পৰা উষা কুঁৱৰীৰ গোপন চিঠি। মাথোঁ চান্দো মেৰ ঘৰৰ পৰা বাহিৰৰ মুকলি বতা-হলৈ ওলোৱা নাই।

ছোৱালী কেইজনীৰ কাৰণে টঙ্কেশ্বৰ বৰুৱা বৰ বিপদত পৰিছে। চাৰিজনী গাভৰু ছোৱালী। এজনীও দিব পৰা নাই। মাকৰ বোলে ৰাতি টোপনিকে নাহে। গাভৰু ছোৱালী আৰু বনৰ বাঘে একে। হঠাৎ এটা ল'ৰাৰ সন্ধান পোৱাত মাক-বাপেক উত্ৰাৱল। বৰুৱাই কালি ক'লেহি যে মই যাবই লাগিব। মৱো অমাস্তি নহ'লোঁ। কামাখ্যাক বৰ ভাল লাগে যদিও তাইক গালি দিবৰহে মন গ'ল। সিহঁতৰ দৰে ছোৱালী-বোৰেইহে মাক-বাপেকৰ হাড়মাল। কামাখ্যা চাৰি বছৰ গুৱাহাটীত থাকিল। পঢ়াশুনাতো ভাল। দেখাতো ভাল। তাইৰ কি অসুবিধা আছিল? খুব সহজেই এটাৰ মন বিয়াকুল কৰিব পাৰিলেহেঁতেন। ছোৱালী ধুনীয়া হ'লে কৰিব নোৱাৰা কাম কি আছে? ভাই হয়তো শুনিছে যে আজি

কালি ল'ৰাই ছোৱালীয়ে মনে মনে মিলি বিয়া পাতে। বাপেক-মাকেও সকাহ পায়। তথাপি তাই এইবোৰ কথালৈ পিঠি দি ভাল ছোৱালী হৈ ঘৰলৈ ঘূৰি আহিল। ফলত কি হ'ল? ভাবনাত টঙ্কেশ্বৰৰ চুলি পকিল। মাকৰ চকুত টোপনি হৰিল। এতিয়ালৈকে তাইক চাৰিটামান মানুহলৈ যাচিছে। এটাই ক'ব, ইমানখিনি টকা লাগে। কোনোবাই অভিমত দিব, বি, এ পাছ ছোৱালী নেলাগে। এঘৰে ক'লে বোলে দৰাক বিয়াখন পতাৰ খৰচটো নিদিলে উপায় নাই। টঙ্কেশ্বৰ বৰুৱাই কোৱা কথা এষাৰ মনত লাগিল। আজি কালিৰ ল'ৰাবোৰৰ হেনো বিয়া পতা বুলিলে বুকু ল'ৰে। তাৰ কাৰণ হ'ল সোনকালে চাকৰী-বাকৰি লৈ টনকিয়াল হ'ব নোৱাৰে। চাকৰী পোৱাবোৰৰ আকৌ বৰ গপ। সিহঁতে নিজকে দেৱতা বুলি ভাবে আৰু তিলোত্তমা একোজনী বিচাৰে। টঙ্কেশ্বৰৰ মতে, কেবাজনী গাভৰু ছোৱালীৰ বাপেকতকৈ দুৰ্ভগীয়া মানুহ আৰু নাই। তেওঁ কয়,—ধন ঘটা সহজ, ছকুৰি বছৰ জীয়াই থকাও সহজ, আনকি চোৰাং বেপাৰ কৰাও সহজ, কিন্তু ছোৱালীক এটা মনোমত পাত্ৰত গটোৱা টান। বৰুৱাৰ এই নিজস্ব মত যদি কোনোবা মহিলা সমিতিত ব্যক্ত কৰে, তেওঁৰ অৱস্থা কাহিল হ'ব। কাৰণ আমাৰ দেশত এতিয়া পুৰুষ আৰু তিৰোতাৰ সমান অধিকাৰ। আজি কালি তিৰোতাই কল খুচুৰীয়া সমাজক চমক লগাই জজ্ হ'ব পাৰে, মেজিষ্ট্ৰেট্ হ'ব পাৰে, হাজাৰ হাজাৰ মানুহৰ

ভোট লৈ মন্ত্ৰী হ'ব পাৰে।

কোমোৰাকটা গাৱঁলৈ আমি ওলালোঁ। টঙ্কেশ্বৰ বৰুৱাক মই এতিয়া আচল কথাটো সুধিবৰ মন গ'ল। কাৰণ কামাখ্যাৰ ভৱিষ্যতৰ কাৰণে মই বৰ চিন্তিত। তেখেতে ক'লে যে ল'ৰাটোৱে এইবাৰ ইংৰাজীত এম, এ পৰীক্ষা দি আহিছে। চোকা ল'ৰা। ভালকৈ পাছ কৰিবই। আইনৰ পৰীক্ষা এটা পাছ কৰিলে। ল'ৰাটো অৱশ্যে তেখেতে দেখা নাই। শুনিছে বোলে, সি দেখাই শুনাই ভাল।

মই সুধিলোঁ—ঘৰৰ অৱস্থা কেনে?

—গাৱঁৰ এঘৰ আঢ্যৱন্ত মানুহ। বাপেক কানানগু আছিল। ভালেমান মাটি-বাৰী।

—আপুনি ল'ৰাটোৰ খবৰ জানিলে কেনেকৈ?

—ইয়াৰ বহুত কথা। তেওঁলোকৰ গাৱঁৰ ওচৰতে চাহ বাগিছা এখনত মোৰ ভটিজা এটাই কাম কৰে। তাৰ মুখেই খবৰটো পালোঁ। তাৰ যোগেদিয়েই প্ৰস্তাব পঠিয়ালোঁ। উত্তৰ আহিল। তেওঁলোকৰো মন আছে।

—আজি দৰা চাবলৈ যোৱাৰ দিন দিছিলনে কি।

—সিহঁতে ছোৱালী চোৱাৰ কথা আছিল। কিন্তু নহা দেখি আমিযেই আহিব লগীয়া হ'ল। এইবোৰ বৰ ছেগৰ কাম। দেৰি কৰিলেই বিপদ। তদুপৰি এঘৰলৈ ছোৱালী-জনী উলিয়াই দিম যেতিয়া আগতে মানুহৰ ঘৰ চাই লোৱা ভাল।

—পিছে, মানুহ ঘৰতকৈ ল'ৰাটোহে আচল। সি শিক্ষিত ল'ৰা যেতিয়া, যেনেকুৱা মানুহৰে ঘৰৰ হওক, ছোৱালীক সুখেৰে ৰাখিব।

—আৰু নিশ্চয় ছোৱালীক গাৱঁত নেৰাখিব। মগজত বিদ্যা আছে যেতিয়া চাকৰী এটা পাবই।

—সি চাকৰী নোপোৱাকৈ বিয়া পাতিবলৈ মত দিয়াক লৈ, চাকৰী নহ'লেও চলিব পৰা মানুহ যেন লাগে।

—ময়ো তাকে ভাবোঁ।

মই কিন্তু অনুমান কৰিলোঁ, বাপেকৰ বৰ ল'ৰাবোৰক গাৱঁত সোনকালে বিয়া পাতি দিয়ে। বিয়াৰ আগতে ল'ৰাৰ ভৱিষ্যত সম্পৰ্কে কোনো বাপেক-মাকে চিন্তা নকৰে। হয়তো মাক বেমাৰী হৈ ভাত ৰান্ধিব নোৱাৰা হৈছে। সোনকালে মৰিম বুলি বোৱাৰীৰ মুখ চাই যাবলৈ হামৰাও কাঢ়িছে। নতুবা বাপেকে ভাবিছে যে সোনকালে বিয়াখন পাতি নিদিলে ল'ৰাৰ স্বভাৱ-চৰিত্ৰ বেয়া হব। সিহঁত যদি ঘোকট গাৱঁৰ মানুহ, তেনেহলে পঁচিশ বছৰতে ল'ৰাৰ বিয়াৰ সময় পাৰ হ'ল বুলি ভাবিছে।

কোমোৰা কটা সঁচাকৈয়ে ঘোকট গাওঁ। য'ত মটৰৰ পৰা নামিলোঁ, তাৰ পৰা চাৰি মাইল খোজ কাঢ়ি যাব লাগে। তালৈ কিজানি ভুলতো মটৰ গাড়ী এখন যোৱা নাই। গাৱঁৰ মানুহবোৰো তেনেই পুৰণিকলীয়া। ইয়াৰ পৰা যে ল'ৰা এটাই ইংৰাজীত এম, এ পাছ কৰিব আৰু আইনো

পাছ কৰিব, এইটো বৰ সন্তোষৰ কথা। জুপুৰা হাবিতো বাঘ থাকে। মোৰ কামাখ্যালৈ মনত পৰিল। তাই ছোৱালী সঁচাকৈয়ে ভাগ্যৱতী। এইখন গাৱঁত ওপজি যিটো ল'ৰা ইমান অভিলাষী হব পাৰে, সি সঁচাকৈয়ে গুণী নহৈ নোৱাৰে। সি হয়তো এদিন ইয়াৰ দাৰিদ্র্য-পীড়িত মানুহৰ ত্ৰাণ কৰ্ত্তা হ'ব, সি ৰাইজৰ প্ৰতিনিধি হ'ব। দেশে তাৰ পৰা বহুত বেছি আশা কৰিব পাৰে। আচলতে ভাল ছোৱালীৰ যেনে তেনে কপাল মুকলি হ'বই। গাৱঁত এটা কথা আছে যে সুলক্ষণীযা ছোৱালী এজনী এঘৰলৈ উলিয়াই দিলে, বাপেকৰ ঘৰৰ কিছু দিনলৈ অপায়-অমঙ্গল ঘটে আৰু গিৰিয়েকৰ ঘৰৰ চাৰিওফালে নদন-বদন অৱস্থা হয়। লখিমী ছোৱালীযে ভাগ্যখন লগতে লৈ আহে। কামাখ্যাযো নিজৰ ভাগ্য লৈ আহিব। মোৰ বিশ্বাস হ'ল।

খোজ কাটি কাটি ভাগৰি পৰিছোঁ। টঙ্কেশ্বৰ বকৰাই কিন্তু ভাগৰ লগা যেন দেখুৱা নাই। কিজানি ভাল জোঁৱাই এটা পোৱাৰ ভাবনাই তেখেতক দুখ ভাগৰ পাহৰাই পেলাইছে। মই এবেওঁ বাটো চাইকেল মাৰি যোৱা অভ্যাস। মোৰ কাৰণে খোজ কঢ়াটো বৰ এলাহৰ কাম। কলাফুল দুটা বিষাইছে। ৰ'দত মূৰ তিন তিনাইছে। তাকে বকৰাক কলোঁ।

তেখেতে ক'লে—মোৰো একো হোৱা নাই বুলি নেভাবিবা। কঁকালটো ঠাহ মাৰি ধৰিছে। এতিয়া বুজিলা, ছোৱালীৰ বাপেকী হোৱা কিমান জংকটৰ কথা?

—পহিলাতেহে জংকট। ভাল জোঁৱাই পালে, এই দুখ-ভাগৰ ক'ৰবালৈ যাব।

টঙ্কেশ্বৰ বৰুৱাই খুব তৃপ্তিৰে হাঁহিলে। ম'হৰ পিঠিত উঠি অহা মানুহ এটাক সোধাত সি ক'লে যে আৰু দুটা কেঁকুৰি পাৰ হোৱাৰ পাছত যিটো টিনপাতৰ ঘৰ পাম, সেইটোৱেই মহী কানাণগুৰ ঘৰ। কিন্তু এটা কেঁকুৰি পাৰ হোৱাৰ পাছতেই এটা টিনপাতৰ ঘৰ পালোঁ। সন্দেহ হৈ গ'ল। ম'হ গুৱালে ভুল কৰিলেনে কি? আলিটো লেং লেং কৰে দীঘল হৈহে গৈ আছে। কেইটামান ডেকা ল'ৰা আহি আছিল। সিহঁতৰ এটাক বৰুৱাই সুধিলে,—বোপাই, মহী কানাণগুৰ ঘৰলৈ আৰু কিমান বাকী?

সি ক'লে—গৈ থাওক, গৈ থাওক। নৰ'ব কিন্তু। কেঁকুৰিটো পাৰ হৈযে ভগাছিগা ঘৰ এটা পাব। সেই ঘৰৰ পদুলীতে ধুনীয়া ছোৱালী এজনী দেখা পাব। তাই ধুনীয়া যদিও পাগলী। তাইক সুধিলেই হ'ব।

মুঠতে সি একো ন'কলে। মই সুধিলোঁ—এইটো তেনেহলে কাৰ ঘৰ?

কোনটো? —এইটো গোবৰ কেঞাৰ।

সিহঁত আঁতৰ হল। ইতিকিং কৰাৰ দৰে হাঁহি গ'ল। কোৱা-কুই কৰা শুনিলোঁ:

—হেৰ, বিপুলক শোধাবলৈ আহিছে যেন পাইছো।

—ছোৱালীৰনো কি আকাল হৈছে? পিছে তাই যদি

সতিনীয়েকৰ কথা জানে?

সিহঁতে হাঁহিৰ ৰগৰ তুলিলে। সিহঁতৰ ধাৰণা যে আমি দবাৰ ঘৰলৈ আহি বৰ ভুল কৰিছোঁ।

টঙ্কেশ্বৰ বৰুৱাই ক'লে—গাৱঁৰ ধিটিঙা লৰাবোৰৰ পৰা দেখোঁ বাটত অহাই টান।

মই সমৰ্থন কৰি কলোঁ—নেতাবোৰে খাটিব কৰিবলৈ লোৱাৰ পৰা এই লৰাবোৰে গুৰু-গোঁসাই নমনা হ'ল।

—আৰু সিহঁত এনে অভদ্ৰ। ঘৰটো কোনখিনিত সঠিকৈ ন'কলে।

আকৌ এটাক সুধিব লগা হ'ল। সি খৈণী মোহাৰি মোহাৰি আহি আছিল। লগে লগে অহাটোৰ পোছাক-পত্ৰ বেচ ভাল। সি কাগজ এখিলা পঢ়ি পঢ়ি আহিছে। কল্পনা কৰি ভাল লাগিল: এই চিকুণ ডেকাটোলৈ চাগে কোনোবা জেতুকী-মালতীয়ে কোমল লেহুকা হাতেৰে মৰমৰ দীঘ দি চেনেহৰ বাণিৰে চিঠিত বুটা বাচি পঠিয়াইছে। চিঠিৰ শেষত চাগে অলপ ৰস মিহলাই, অলপ নম্ৰতা দেখুৱাই লিখিছে—পান খালো চূণ খালোঁ আৰু খালোঁ লং, কাউৰী-ঠেঙীয়া আখৰ দেখি নকৰিবা খং।

খৈণী মোহাৰি থকাটোক সুধিলো—মহী কানাণগুৰ ঘৰটো কোন খিনিত?

সি ক'লে—অ', চিত্ৰলেখাৰ বাপেক? অলপ গৈয়ে টিন-পাতৰ ঘৰটো। ধাপত ওখ ওখ কেতেকী গছ আছে।

সিহঁতক এবি তুখোজমান গৈয়ে সিহঁতৰ কথা পাছ ফালৰ পৰা শুনিবলৈ পালোঁ।

এটাই সুধিছে—আমাৰ গাৱঁত ক'ৰনো চিত্ৰলেখাজনী ওলাল অ' ?

ইটোৱে কৈছে—কবই নোৱাৰ ? ধিক তোৰ জনম। সেই যে নাটেসৰী জনী। জিলাত এবছৰমান পঢ়িযেই এতিয়া মাজে মাজে ক'লা চচমা পিন্ধিহে ৰ'দলৈ ওলায।

আকৌ আনটোৱে সুধিলে—তাইনো চিত্ৰলেখা হ'ল কেনেকৈ ?

ইটোৱে উত্তৰ দিলে—তাই নোহোৱাহেঁতেন জানো যামিনীক বিপুলে ইমান চল কৰিব পাৰে ? তাই ভালেই আছিল। কিবা এটা মাৰাত্মক কথা আছে বুলি মই ভাবি পালোঁ। সেইটো কথা কিজানি গাৱঁৰ সকলোৱে জানে।

বৰুৱাই ক'লে—অনুমান হৈছে, ইয়াৰ ডেকাবোৰ কামবন নকৰি গা ঘেলোৱা বিধৰ।

মই কলোঁ—আৰু পৰৰ আলোচনা কৰি মুখৰ খজুৰতি মাৰে।

—অ' তুমিও তেনেহলে কথাটো মন কৰিছা। ইহঁতে কানাণগুৰ ঘৰকে খুটিযাইছে যেন পাইছোঁ। গাৱঁত এঘৰ জাকতজিলিকা মানুহ থাকিলে বাকীবোৰে হিংসা কৰেই।

দ্বিতীয় কেঁকুৰিটো পাৰ হোৱাৰ পাছতেই টিনপাতৰ ঘৰ এটা চকুত পৰিল। কিন্তু এটা কথাই আচৰিত কৰিলে। পোনতে লগ পোৱা ল'ৰা কেইটাই ঠিকেই কৈছিল। ওচৰতে

এখৰ মানুহ আছে। নিশ্চয় খুব দুখীয়া হ'ব। একেবাৰে সৰগ দেখা ছালৰ আৰু ঢকুৱাৰে টাপলি মৰা বেৰৰ ঘৰ এটা। পতুলি মুখত ধুনীয়া ছোৱালী এজনী থিয় দি আছে। তাইৰ চুলিবোৰ তেলৰ অভাৱত বননিৰ দৰে হৈছে। বেছি দিন যদি চুলিৰ যত্ন নোলোৱাকৈ থাকে জঁটা বান্ধিব। পোছাক মলিয়ন। চকু লাটুমণিৰ দৰে। মূৰ জোকাৰি থকা ধৰণটো পাগলীৰ দৰেই।

তাযে উপযাচি মাতিলে—আপোনালোক মহীৰ তালৈ যাব নহয়?

কথাখিনি আকৌ ভাল। মাতটো বৰ মিঠা। এই মিঠা মাতটো অলপ লেনঁযা কৰি দিলেই যেন এটা গান হৈ পৰিব। আমাক কথাটো সুধিযেই উত্তৰলৈ বাট নেচালে। ঘৰলৈ ঢাপলি মেলিলে।

আমি টিনপাতৰ ঘৰটোত সোমালোঁ। সেইটোৱে মহী কানাগুৰ ঘৰ। গাৱঁৰ ভিতৰত যে ধনী হ'ব, ঘৰ দেখিয়েই ধৰিব পাৰি। প্ৰায় আঢৈ কুৰি বছৰৰ মানুহ এজনে আমাক বহিবলৈ দিলে। নিশ্চয় ল'ৰাৰ বাপেক মহী কানাগু।

বুঢাই সুধিলে,—পিছে আপোনালোক?

বুজা গ'ল টঙ্কেশ্বৰ বৰুৱাক তেওঁ চিনি পোৱা নাই।

বৰুৱাই ক'লে,—আপোনালোকে ছোৱালী চাবলৈ যোৱাৰ কথা আছিল দেখোন। নোযোৱা দেখি আমিয়েই আহিলোঁ। ভাবিলোঁ শুভ কাৰ্য্যত· ···

বুঢ়াই ক'লে—অ' বুজিছোঁ। আপুনি টঙ্কেশ্বৰ বৰুৱা। আপুনি যে ওলাবহি, ভাবিবই পৰা নাছিলোঁ।

তুয়ো হাঁহিলে। মোক চিনাকি কৰি দিয়া হ'ল।

কানাণগু এবাৰ ভিতৰৰ পৰা আহিল আৰু নিজে চকি এখনত বহি লাহে লাহে ক'লে—মই আকৌ কালি চিঠি এখন দিম বুলিহে ভাবিছিলোঁ। বিপুলে ক'লে বোলে ছোৱালী হেনো সি নিজেই চাবগৈ। মই সকাহ পালোঁ। এতিয়া আৰু বুঢ়া কালত ঘূৰি ফুৰাৰ দিন নাই।

মই মাত লগালোঁ—আজি কালি ল'ৰাইহে ছোৱালী চোৱাৰ দিন আহিছে। আগৰ দৰে বাপেক-মাকৰ পছন মতে বিয়া পাতিবলৈ নিবিচাৰে। অৱশ্যে কথাটো ভালহে।

মোৰ কথাত টঙ্কেশ্বৰ বৰুৱা আৰু মহী কানাণগুৱে আমোদ পাই হাঁহিৰ ৰগৰ তুলিলে।

—এতিয়া তেওঁ ক'লৈ গ'ল?

—পৰীক্ষা দি অতাই কেইদিনমান ঘৰত আছিল। হাকিমৰ পৰীক্ষাটোতো ইণ্টাৰভিউ পাইছে। সেই কাৰণেই কালি গুৱাহাটীলৈ গৈছে।

এই দৰেই কথা আৰম্ভ হ'ল। বুঢ়াৰ কথাৰ পৰা জানিব পাৰিলোঁ,—বিপুল চাৰি দিনৰ পাছত গুৱাহাটীৰ পৰা উলটিব আৰু সেই ফালেই ছোৱালী চাই আহিব। ছোৱালীৰ ফটো সি পাইছে আৰু অপছন হোৱা নাই বুলিও বুঢ়াই অনুমান কৰে। তাৰ বিয়াখনৰ কাৰণে তেওঁ বৰ যত্ন কৰিছে।

বিপুলৰ মাক নাই। ঘৰুৱা কাম কৰিবলৈকে নিজৰ ছোৱালীজনী নৱম মান শ্ৰেণীৰ পৰা পঢ়া এৰুৱাব লগা হ'ল। বিপুলৰ বিয়াখনৰ পাছতহে ঘৰখন ঠান-ঠিত লাগিব। ইত্যাদি।

জীয়েকে পোনতে চাহ তুকাপ আমাৰ আগত থ'লেহি। বৰুৱাই সুধিলে—মইনা, তোমাৰ নামটো কি?

—অনিমা।

ছোৱালীজনী বৰ তজবজীয়া যেন লাগিল। অনুমান হ'ল এনেকুৱা ছোৱালীবোৰেই সাজি কাচি এফালে ওলাই গ'লে, চহৰৰ পাণ-দোকানত খাপ পিটি থকা ল'ৰাবোৰে পাছ-ফালৰ পৰা কিৰিলি পাৰে। এটা চিকুণ ডেকাৰ লগত চিনাকি হোৱাৰ অলপ দিনৰ পাছতেই, 'দাদা, আপুনি বৰ নিহকুটুমীয়া, আমাৰ ফালে যাবলৈ পাহৰিলেই' বুলি খুব আপোনভাৱে ইহঁতে ক'ব পাৰে। এমাহৰ পাছত জীৱন-যৌবন, দূৰণিৰ পাহাৰ আৰু দূৰ দিগন্তৰ নীলা আকাশৰ অসীম বেদনাৰ কথা কৈ নিলিখা কৱিতাৰ পাতনি মেলিব পাৰে।

কানাণগুৱে ক'লে—আপোনালোকে কিন্তু ভাত মুঠি খাই যাব লাগিব।

আমি সবিনয়ে আপত্তি কৰিলোঁ। বান্ধনী ঘৰৰ ফালে কাঁহি-বাতিৰ শব্দ শুনা গ'ল। তেওঁ জীয়েকক কিবা কোৱা শুনিলোঁ। বোধকৰোঁ আমাৰ কাৰণে আন কিবা খোৱাৰ ব্যৱস্থা কৰাত বাপেক আৰু জীয়েক ব্যস্ত। তেওঁৰ কাৰণে

দুখ লাগিল। গৃহিণী নথকাৰ কাৰণেই আবিয়ৈ ছোৱালীৰ হাতে ভাত খাব লগা হৈছে। এই কথা আমাৰ আগতে কবলৈকো সংকোচ নকৰিলে।

জীয়েক আৰু বাপেক ভিতৰত থাকোঁতেই এটা আচৰিত দৃশ্য উপভোগ কৰিলোঁ। আমি বাটত পাই অহা ছোৱালীজনী কোঁচত কেঁচুৱা এটা লৈ আমাৰ কাষতে পোৰা এখন পাৰি বহিল। তাই ভেবা লাগি আমাৰ ফালে চাই থাকিল। তাই যদি পাগলী, এনেকৈ শান্ত হৈ বহি থাকিব কিয়? তাইনো আমাৰ আগত বহিলহি কিয়? মোৰ বৰ কৌতূহল হ'ল। কানানগু আমাৰ ওচৰলৈ আহিব খুজি তাইক দেখিয়েই উচপ খোৱা যেন কৰিলে। তৎক্ষণাৎ ভিতৰলৈ সোমাই গ'ল। অনিমাই আহি তাইক চুপ চুপাই ভিতৰলৈ নিবলৈ চেষ্টা কৰিলে। তাই গেঙেৰী দিহে উঠিল। ক'লে— নেযাওঁ যা। কি জেলেওত দিবি? মই এখেতসকলক এটা কথা ক'ব লাগে।

এইনো কি কথা ক'ব? মই একো ভাবি নেপালোঁ।

ভিতৰত অনিমাই কোৱা শুনিলে।—পিতাই এই উঠিবই নোখোজে। কানানগুৰ মুখত মাত নাই। কিজানি লাজ পাইছে। পাগলী এজনীৰ নতুন আলহীৰ আগত ওলোৱা লাজৰ কথাই। অণিমা ভিতৰৰ পৰা আহি খুব টানকৈ ক'লে—ভালে ভালে উঠ একা। চুলি ঘঁটা খাবি।

এইবাৰ পাগলীৰ উগ্ৰ মূৰ্ত্তি। ক'লে—বাপেৰৰ সাহ!

তাই অণিমাক গটা মাৰি দি টঙ্কেশ্বৰ বৰুৱালৈ চাই ক'লে—দেউতা, আপুনি মোৰ বাপেকীৰ লগৰ মানুহ। এটা কথা কওঁ। বিপুলক আৰু এজনী ছোৱালী নিদিব। চাওক, এইটো মোৰে কেঁচুৱা। ইযাৰ ককাক কানানগু।

অণিমাই শুনিলে হ'বলা। তাই ভিতৰৰ পৰা বিস্মাশবদে লৰি আহিল। হাতত এখন মৈদা। পাগলীযে এখন হাতেৰে মৈদাখন কাটি লৈ মাটিলৈ দলিয়ালে। অণিমাই কঁকালত হাত দুখন থৈ ফোঁপাই ফোঁপাই ক'লে—চালি, ইমানে তোক মুজুৰিলে। যা, ভালে ভালে যা। শাংখিনী।

নেযাওঁ যা। তোৰ দৰে নাটেসৰীজনীৰ কথা শুনিম? তোৰ দৰে মতা ভুলাই ভুলাই অনাই বনাই ফুৰা তিৰোতা মই নহয়। (অশ্লীল, অণিমাৰ অসতী কাৰ্য্যৰ বিষয়ে অশ্ৰাব্য অভিমত)

এতিযাহে তাইলৈ বেছি কৌতূহল হ'ল। কিন্তু খন্তেকতে পাগলীযে যেন ফেনাহে মেলিলে। কেচুৱাটো মাটিত থৈ মৈদাখন ডাঙি অণিমাৰ মূৰত মাৰেই। কথা বিষম হ'ল। নিজৰ হাতখন কটা যোৱাৰ আশঙ্কা থকা স্বত্তেও মই থাপ মাৰি মৈদাখন বহু কষ্টেৰে কাঢ়ি লোৱাতহে অণিমাৰ মূৰ দুফাল নহল। তাইক খুব জোৰেৰে হেঁচা মাৰি ধৰিলোঁ।। তাই ফোপাই দাঁত কৰচি আপোন মনে কৈ গ'ল—এইয়ে জটকূটৰ ঘাই। তাইৰ লগত মিলালৈ মেলা চাবলৈ যাওঁতেই এই অৱস্থা। তাতেই সি সুবিধা পালে। তায়ো

(অশ্লীল) মতা বিচাৰি ল'লে, মোকো ককাযেকৰ হতুৱাই লেথাত পেলালে। তাইহে বেশ্যা। এই চালি [অশ্লীল]

অণিমাৰ আৰু সহ্য ন'হল। তাই দুখৰি পীৰাখন ডাঙি লওঁতেই মই কাঢ়ি ল'লোঁ আৰু ঠেলি ভিতৰলৈ পঠিয়াই দিলোঁ। পাগলীয়ে আকৌ চোচা লৈছিল। মই দুৱাৰ ভেটি ধৰিলোঁ। তাই বকিবলৈ ধৰিলে—ইস্, সি আকৌ ডুমাহ-মান কি মিহি মিহি কথা ক'লে। কিমান লোভ দেখুৱালে! দেউতাইত, মোৰ বিয়া একৰকম হৈ গৈছে। সি মোৰ পৈ যদিও, পাতকী। মোক দেখিব লাগে বুলিযেই ঘৰলৈ নাহে।

পাগলীৰ চিঞৰি চিঞৰি কোৱা কথা, আৰু ভিতৰত অণিমাৰ বলকনিযে গোটেইখন ৰৌজাল-বৌজাল লগালে। টঙ্কেশ্বৰ বৰুৱা চকিত পুতলাৰ দৰে বহি থাকিল। ভিতৰত মহী কানানগু আছে নে ক'বই নোৱাৰি। কিজানি আছে। এইবোৰ হুলস্থুলৰ মাজত উপস্থিত থাকিবলৈ লাজ পাইছে হ'বলা।

এনে সময়তে পদুলিৰ মুখত এটা দুৰ্ব্বল কণ্ঠৰ মাত শুনি পাগলী থমকি ৰ'ল। পদুলি মুখলৈ চালোঁ। এটা কঙ্কাল-সাৰ বুঢ়াই কৈছে—যামিনী, গুচি আহ। আমি সিহঁতৰ লায়-কৰ নহয়। গুচি আহ। তই কাজিয়া কৰিলে কি লাভ হ'ব?

কঙ্কালসাৰ মানুহটোৱে লাখুটিদালত ভৰ দি দি আঁতৰি গ'ল। যামিনীয়ে কান্দি থকা কেচুৱাটো কোচত তুলি ল'লে।

খুব আদৰ কৰি চুমা এটা খালে আৰু অতি নিৰ্জ্জু ছোৱালী-জনী হৈ ওলাই গ'ল।

আমি বহি থকা কোঠাটো কঠোৰ নীৰবতাই গ্ৰাসী পেলালে। কোনেও কাৰো মুখলৈ চোৱা নাই। মহী কানাণগু আমাৰ আগলৈ আহিল। মই লাজতে তেওঁৰ মুখলৈ নেচালোৱেই। কিন্তু লাজ পাব লাগিছিল টঙ্কেশ্বৰ বৰুৱাই। বেছি লাজ পাব লাগিছিল মহী কানানগুৱে। তেওঁলোকৰ মুখৰ পৰা তেনে ভাব ধৰা নপৰিল। অণিমাই খোৱা-বস্তু টেবুলত সজাই দিলে। কানানগুৱে খাবলৈ অনুৰোধ কৰিলে। টঙ্কেশ্বৰ বৰুৱাই মোৰ মুখৰ ফালে চাই খোৱা বস্তুত হাত দিলে। ময়ো খোৱাৰ দৰে ইচ্ছা প্ৰকাশ কৰিলোঁ। কিন্তু ঘৃণাতে সেই-বোৰ বস্তু হাতেৰেই নুচুলোঁ। কানানগুৱে মোক ছুনাই অনুৰোধ নকৰিলে। হয়তো মোৰ দৰে মানুহ এটাক আপ্যা-য়িত কৰিবলৈ তেওঁৰ ইচ্ছা থাকিলেও, মোৰ দৰে মানুহ এটাই বেয়া পোৱাৰ কাৰণে তেওঁ আক্ষেপ নকৰে। এই কথা দুযোজন ভাবী বিয়েৰ আলোচনাৰ পৰাই বুজিলোঁ। মোৰ ক্ৰোধ সম্বৰণ কৰি থকাই টান হৈ পৰিল। মুখ জপাই বহি থাকিবলৈ যথেষ্ট সংযম লাগিছিল।

কানানগুৱে কৈছিল—আপোনালোকৰ এনেয়ে দুখ হ'ল। ল'ৰাটিও নাই। আকৌ এইবোৰ অঘটনো হৈ গ'ল। মোক ক্ষমা কৰিব।

টঙ্কেশ্বৰ বৰুৱাই কৈছিল—এস্, আপুনি কিয় ইমান চিন্তা

কৰিছে ? মই সেইবোৰ সৰু সুৰা কথা ধৰা বিধৰ মানুহ নহয়। ডেকা কালত কাৰনো এনেকুৱা নহয় ? পাছত বিয়া-বাৰু কৰিলেই সকলো ঠিক হৈ যায়।

কানানগুৱে কৈছিল—এৰা, তাৰো হাকিমৰ পৰীক্ষাটোৰ ভাল খবৰ এটা ওলালেই শতৰুৰ মুখত ছাঁই পৰিব। মোৰ ল'ৰাৰ বহুত শতৰু। সি দোপতদোপে উঠি যোৱা দেখি সকলোৰে চকু পৰিছে।

০ ০ ০ ০

ঘৰলৈ উভতি আহোতে বৰুৱা আৰু মই একো কথা-বতৰা হোৱা নাছিলোঁ। এৰা-এৰি হোৱাৰ সময়ত তেওঁ কৈছিল—তুমি আকৌ এইবোৰ কথা কামাখ্যাৰ মাকৰ আগত নক'বা। জানিছাই নহয়, আজি কালি 'ভাল' ল'ৰা এটা যোগাৰ কৰিবলৈ কিমান টান।

শুনিযেই আমাৰ শ্ৰীমতীয়ে কোৱা মতেই কামাখ্যাৰ সকলো গুণ এটা এটাকৈ মোৰ মনত পৰিছিল। তাইৰ সুন্দৰ শান্ত মুখশ্ৰীয়ে মোৰ মনত বিদ্ৰোহৰ ঢৌ তুলিছিল। যিমান সোন-কালে পৰা যায় সিমান সোনকালে এটা নিষ্ঠুৰ জন্মদাতাৰ কাষৰ পৰা আঁতৰি আহিছিলোঁ আৰু স্বস্তি অনুভৱ কৰিছিলোঁ।

———

# মৰণ-পৰ্ব ঃ এজনী ডাইনীৰ

কাজলী ৰাতিটোৰ ভিতৰতে কৰবালৈ উধাও হ'ল। সত্ৰৰ প্ৰতাপী মুক্তিযাৰ হৰি কান্ত। তেওঁৰে ন-ঘৈণী। একেবাৰে মান-সন্মানৰ মূৰ খোৱা কথা। এইটো এটা বিৰল ঘটনা।

মাধুন্দীক দেখোন গিৰিয়েক মহীৰামে কথাই কথাই খকৰা-মুকুতি দিয়ে, ভাত মুঠি দিয়াৰ অকণমান হেন-পেচ হ'লেই ফলীয়া বাঁহেৰে কোবায়, মাকৰ ঘৰলৈ যাওঁ বুলিলেই জেওৰা খৰিৰে পিঠি ডবলা-ডবল কৰে। সেইবুলি জানো মাধুন্দী মহীৰামক এৰি ক'ৰবালৈ গৈছে? পতি বিনে তিৰোতাৰ গতি নাই। শাস্ত্ৰৰ মৰ্ম্ম তাই কিজানি বুজি পায়। কিন্তু কাজলীয়ে কৰিলে কি? তাই গিৰিয়েকক কুটা এডাল বুলি নেভাবিলে।

সত্ৰ তল-ওপৰ লাগিল। কাজলী এনেকুৱা হ'ব পাৰে বুলি কেৱেঁ সপোনতো ভবা নাছিল। মুক্তিয়াৰৰ ইমান ধন-সোণ তাইৰ মানত পানীৰ মিঠৈ হ'ল। তিৰোতা বিজাত হ'লে আৰু উপায় নাই। লোহাৰ দুৱাৰত শলখা মাৰি থলেও মোৰ-পোলোকা দিবই।

হৰি কান্তই মানুহৰ আগত মুখ উলিযাব নোৱাৰা হ'ল। খুব কম মানুহেহে তেওঁৰ খবৰ ল'বলৈ আহিছে। তাকো খুব পৰিচিত-বোৰেহে। আন আহিবলৈ সাহ কৰিব নোৱাৰে। অধিকাৰ প্ৰভুকো হোলোকে হোলোকে পানী খুৱাব পৰা মানুহ,—হৰি কান্ত মুক্তিযাৰ। বুদ্ধিত শকুনি, অত্যাচাৰত যেন মান ৰজাৰ সেনাপতিহে। তেওঁ বহুতৰ সংসাৰত জুই জ্বলাইছে। অধিকাৰে এইবোৰত মাত দিব নোৱাৰে। তেখেত মাথোঁ পুতলাহে। এনে স্থলত, কোনোবাই যদি খবৰ ল'বলৈ আহোঁতে তেওঁ ভাবে যে ইহঁতে মোৰ ৰং চাবলৈহে আহিছে, তেতিয়া সেইপাত শেল জোঙাই থ'লেহে কথা বিষম হ'ব। উৰহৰ খং ঢাৰি-পাটীত পৰিব।

অৱশ্যে পুৰাই তেওঁক সান্ত্বনা দিবলৈ আহিছিল,—লেডেকু-বড়িৰ হোদোৰ গাওঁবুঢা, সত্ৰৰে তোলন গাযন, তিনিটা হাতীৰ গৰাকী মধুপদ্ম, পছুকটাৰ মৌজাদাৰ বিনন্দ আৰু কেন্দুগুৰিৰ আঘোণা ঘাটুৰৈ। এওঁলোক মুক্তিয়াৰৰ নলে-গলে লগা। পিছে, এতিযা সান্ত্বনা দিয়া মানে, ৰৰঘুণৰ পাছত ছাতি বিচাৰি দিয়া। তাইক আগতেই ঘৰত মন বহুৱাব পৰা

বুদ্ধি দিব লাগিছিল। এতিয়া মুক্তিযাৰৰ জোৰ পুৰি পুৰি হাতখনো পুৰিলে। তাই বনৰ পখী। মুক্তিযাৰক ডেউকাৰে কোবাই উৰি গ'ল। তেওঁক ইতিকিং কৰিলে। তেওঁ ভাবিলে, —মোৰ ইমান মাটি-বাৰী, ধন-সোণ আৰু ক্ষমতা, সকলোবোৰ তাই নৈৰ জাঁজী বুলি জ্ঞান কৰিলে? তোলন গাযেনে ক'লে, "তিৰোতাৰ চৰিত স্বয়ং দেৱতাৰো অবিদিত। আনকি সীতা গোঁসানীযেও বনবাস খাটি আহি ৰাৱণৰ মূৰ্ত্তিটো আঁকি চাইছিল।"

এই পাঁচজন মানুহো নিজৰ নিজৰ এলেকাত বেচ খিতাপ দেখুওৱা বিধৰ। প্ৰত্যেকেই কাজলীক তিনি দিনৰ ভিতৰতে বিচাৰি উলিযাব পাৰিব বুলি কথা দিলে।

"তিৰোতা মানুহ এজনী কিমান দূৰলৈ পলাই যাব পাৰে? বুদ্ধিনো কিমান? সিহঁতৰ বুদ্ধিৰ সীমা অতি বেচি চ'ৰাঘৰৰ দুৱাৰ-দলি। তদুপৰি তিৰোতা বিজাত হ'লে জানো মতা-টোৰ দুৰ্যশ? গুণীৰ গুণত কোনজনী কলঙ্কিণীযে ফুট ছাঁই সানিব পাৰিছে? সিহঁত ঢোলৰ লগত টেমেকা। পুৰুষ অবিহনে চকা নোহোৱা গাড়ী, পানী নথকা পুখুৰীৰ পুঠি মাছ। পুৰুষ বট গছ, তিৰোতা লতা।" হাতীধনী বুঢা মধুপদ্মই কথাই কথাই উপমা দি বুজালে।

হোদাৰ গাওঁবুঢায়ো ক'লে, "বুইছে, মুক্তিয়াৰ, তাই নিজৰ ভৰিত বাগী কুঠাৰ মাৰিছে। সোনকালে তাৰ দেখ-দেখ প্ৰমাণ পাব। এদিন নৌ যাওঁতেই ঘূৰি আহি আপোনাৰ ভৰিত

পৰিবহি। তেতিয়া আপুনি সদয হলে নচলিব।”

আঘোণা ঘাটুরৈ মুক্তিয়াৰৰ হিতাকাঙ্ক্ষী যদিও তেওঁ খ'টিৰ কৰা বিধৰ মানুহ নহয়। তেওঁৰ ভালেমান কথাত সন্দেহ উপজিল। কাজলী যে ইমান সুখত থাকিও পলাই গ'ল, ইযাৰ নিশ্চয় কিবা কাৰণ আছে। মুক্তিযাৰ জানো সুদা বিধৰ মানুহ? সুবিধা আদায কৰিবৰ সময়তহে মুখখন গুড়ৃত-কৈও মিঠা। এওঁ একেটা কথাকে দহ বাৰ ক'লেও তাৰ তলা-নলা পোৱা টান। সেই কাৰণেই আঘোণা ঘাটুৰৈয়ে একো দিহা-পৰমাৰ্শ আগ নবঢালে। কাৰণ, তেওঁ ভাবি পালে যে কাজলী আপোনঘাতী হৈ মৰিল। বিনন্দ মৌজাদাৰে আইনৰ ধাৰা দুটামান মুখস্থ মাতি পুলিচত আশ্ৰয লোৱা ভাল হ'ব বুলি মুক্তিযাৰক বুজালে।

এওঁলোক বহি থকা সময়কণ মুক্তিযাৰৰ মনটো পাতল পাতল লাগিছিল। কিন্তু অকলশৰীয়া মানুহটোক নানা আশ-ঙ্কাই থকা সৰকা কৰিলে। তেওঁ কাজলীক একেবাৰে বুজিব পৰা নাছিল। তাই যদি কঁহুৱাবনৰ সেই ডেকাটোলৈ গুচি গ'ল? তালৈ গ'লে কথা উজুৰেই হ'ব। পুলিচৰ হতুৱাই ধৰাই আনিব পৰা যাব। সি জেল-ভাত খাব লাগিব। আৰু কাজলীৰ? তাইক দিনে দিনে ঘৰত কষ্ট দি পাপৰ পোটক তুলিব।

কিন্তু তেওঁৰ আজি নিজকে ইমান হীন হীন লাগিছে কিয়? এজনী সাধাৰণ তিৰোতাই তেওঁক হেয়-জ্ঞান কৰি

গ'ল বাবে ? ধন-সোণ, মাটি-বাৰী, ক্ষমতা—এইবোৰ তাই অমূলক বুলি ভাবিলে ? এৰা, তাই শেষত তেওঁক কেতিয়াও পাহৰিব নোৱাৰা এটা অপমান কৰিলে। এই অপমান মৃত্যুতকৈও অবাঞ্ছনীয়। যযাতিৰ জৰাৰ প্ৰতি কোনো ৰূপহী কুৰঁৰীৰ ঘৃণাই নৃপতিৰ সিংহাসন তুচ্ছ কৰিব পৰা নাই, কিন্তু তুচ্ছ কৰিছে নৃপতিৰ অন্তৰাত্মাক। মুক্তিয়াৰৰ আত্মাক আজি সেই তুচ্ছতাবোধে বিন্ধিছে। মানুহ এটাৰ মুখলৈ স্পষ্টকৈ চোৱাৰ সাহসকণো হেৰাই গৈছে।

তেওঁক চিন্তাই অৱশ কৰিলে। কাজলীক বিচাৰি পায় যদি ভাল কথা। আপোনঘাতী হ'ল যদিও এতিয়া ভাবি লাভ নাই। পিছে নিজে কাজলীক বিচাৰি ফুৰাটোহে বেছি জাহিযাতৰ কথা হ'ব। চাৰি দিনৰ আগতে বৰ পুতেক শহুৰেকৰ ঘৰলৈ গ'ল। নাতি দুটা আৰু বোৱাৰীযেকো গৈছে। সিহঁত এপষমান নাহে। বিয়া দিয়া জীয়াৰী দুজনী-যেও এই কলঙ্কৰ ভূ পাবলৈ এমাহমান লাগিব। মাজুটো ল'ৰা কন্দৰ্পই বহাত থাকি পঢ়া-শুনা কৰে। সিও সততকাই নাহে। কিন্তু ইহঁত ঘৰত থকা হ'লে তেওঁ ঘৰত বহি থাকি-বলৈকে লাজ পালেহেঁতেন। আলেঙে আলেঙে ঘূৰি ফুৰিব লাগিলহেঁতেন। বৰ পুতেক মহেশে কাজলীক বিয়া কৰোৱা প্ৰস্তাব শুনি জঁকি উঠিছিল। মুক্তিয়াৰৰ হাতত্তেই ঘৰৰ উপা-ৰ্জ্জনৰ চাবি-কাঠী আছে কাৰণে মহেশৰ মত নবজিল।

কাজলী আপোনঘাতী হ'ল বুলি আন মানুহে কোৱা-

কুই কৰিলে। হিজলবাৰী সত্ৰত আপোনঘাতী হোৱাৰ দৃষ্টান্ত বিৰল নহয়। মুপূৰে চন্দ্ৰাক বিয়া কৰাই সুখী হ'ম বুলি ভাবিছিল। কিন্তু ইজনীৰ পাছত সিজনীকৈ যেতিয়া লানি নিছিগা ছোৱালীৰ দলটো তাই জনম দিলে, সি অপুত্ৰক হোৱাৰ ভয়ত আৰু এজনী বিয়া কৰিবলৈ মন মেলিলে। বেইৰ তলত জোৰণৰ দিনা দৰা নোওৱা হ'ল আৰু সেই দিনাই চন্দ্ৰাই ডিঙিত কলহ বান্ধি সোণাই নৈত জাপ দিলে।

হিজলবাৰীৰ পূব ফালেদি সোণাই নৈ। কাছমাৰী ডুবিও নিলগত নহয়। যদি কাজলী তাতে পৰি মৰিল, ডুবিৰ তলত শটো বিচাৰিবলৈ টান হ'ব। কোনো পৈণত সাতুঁৰিয়ে বুৰ দিবলৈ সাহ নকৰিলে। কাছমাৰী ডুবিৰ তলী বিচাৰি নিজেহে হেৰাব লাগিব। কিমান দ' কোনেও ক'ব নোৱাৰে। এবাৰ হেনো ভাটীফালৰ নাৱৰীয়া এটাই সাতদাল চৈ জোৰা দিযো তলীখন নেপালে। এইটো কালিন্দা লগা ডুবি। মানুহৰ ধাৰণা, ইযাৰ তলীখন হেনো পাতালত লাগি আছে গৈ। চলঙত নোম গজা, বুকুত শেলুৰিয়ে ধৰা বিযাগোম বিযাগোম কাছ ডুটামানে হেনো মাজে মাজে ওপৰলৈ উঠি আহি দ'ৰক দি দি বতাহ খায়হি। এইটো ডুবিতে কাজলীয়ে যদি জাপ দিলে, তিন দিনৰ পাছতো ভেলটো ওপঙি নেথাকিব। কাছ বা বৰালি মাছে তলতে খুটি খাই শেষ ক'ৰিব।

মধুপদ্মই নিজৰ হাতী তিনটাৰে দক্ষিণ ফালে থকা প্ৰকাণ্ড হাবিখন বিচৰালে। একো ফল ন'হ'ল। এইখন বৰ জঁয়াল

হাবি। শলখ, গমাৰী, নিম, কঁৰৈ আদি গছে দিনতে এন্ধাৰ কৰি ৰাখে। দুডাল শলখ গছৰ মাজত থিয় দি ওপৰলৈ চালে বেলিটো দেখা নেযায়, চকুত তুটা এটা তৰাইহে ধৰা দিয়ে। বাঘেও ঘনাই ঘনাই হাওৰিয়াই থাকে। কুকুৰনেচীয়া আৰু বন গাহৰিৰ উৎপাত আৰু বেছি। গতিকে নিজৰ ইচ্ছাৰে প্ৰাণ এৰিব খুজিলে ইয়ালৈ গ'লেই হ'ল। খন্তেকতে বাঘে একে মোচোকাতে ডিঙিৰ হাড ভাঙি পিঠিত তুলিব নাইবা বন গাহৰিয়ে দাঁত বজুৱাই নাড়ীভেৰু বাজ কৰিব। কাজলীও ৰাতি ইয়ালৈ আহিছিল বুলি বহুতৰ সন্দেহ। তিনটা হাতীয়ে শটো নেপালে কাৰণে তাই ইয়াত মৰা নাই বুলি ভাবিব নোৱাৰি। হাতীয়ে গোটেইখন হাবি চলাথ কৰিব পাৰিছে বুলি বিশ্বাস নহয়। হাতী হেন চিকাৰী জন্তুৰো ইয়াৰ ভিতৰত দিক্‌জ্ঞান শূণ্য হ'ব।

এইখন হাবিৰ উত্তৰে হিজলবাৰী সত্ৰৰ দক্ষিণ সীমান্ত লগা লগি হৈ আছে—যমডুবাৰ মৰিশালী। প্ৰায়ে পোন্ধৰ পুৰামান মাটি এইখন মৰিশালীয়ে জুৰি আছে। ডাঠ সেউজীয়া পাতৰ যুটুকাবোৰ জুহকুণ্ডা চুলিৰ যখিনী যেনহে লাগে। ফুলবোৰো যেন যখিনীৰ তেলেকা তেলেক চকুহে। নিলগে নিলগে থিয় দি থকা ওখ ওখ নিমগছবোৰ বা চটিয়না গছবোৰ একো একোটা দ'ত যেন লাগে। বেছি ভয়াতুৰ মানুহে কয়, এইবোৰ গছ হেনো দ'তহে। দিনতহে গছৰ ৰূপ লৈ থাকে। দ'তৰ বৰ মায়া। সিইঁতে মানুহৰ ৰূপ লৈয়ো ছলনা কৰিব

পাৰে। মৰিশালীলৈ লৈ গৈ ভুকুৱাই মাৰিব পাৰে। খেৰজাঁই কাকতিক এবাৰ দ'তে মায়া কৰিছিল। সেইবাৰ সোণাইত উজান উঠিছিল। মাছ মাৰিবলৈ বুলি গাজৰাতি দ'তে সখীয়েকৰ ৰূপ লৈ খেৰজাঁইক জগাইছিল। সি চাকিটো লৈ ওলাই আহোতে কৈছিল, "সখি, উজান ধৰিবলৈ যাওঁ আহক। বেগেতে ওলাওক।" কিন্তু ওলোবাকেতেনেই খেৰজাঁইৰ আইধা। বাৰুকৈ, তাৰ গালৈ হুঁচ আহিল। সি লক্ষ্য কৰিলে, সখীয়েকৰ ছাটো মাটিত পৰা নাই। দ'তৰহে ছা নপৰে। তাৰ গাটো জ্বৰে ঘমা দিলে। চকু মুদি ভগৱন্তক চিন্তিলে ঃ ৰাম কৃষ্ণ হৰি, ৰাম কৃষ্ণ হৰি, ভাবিয়ো ভাবক ভাই। ৰাম কৃষ্ণ হৰি, গোবিন্দ বুলিয়া, ৰাখিযো যমৰ দাই ॥ তেতিয়াহে তাৰ চকু মেলি চাবলৈ সাহে কুলালে। দেখিলে, মায়াবীটোতে ওচৰৰ বাঁহ এডাল ভাঙি ফাহিচিটিকা দিলে।

মুকুন্দকো ফুচুলিয়াই নিছিল। মানুহে গম পাই খোলতাল বজাই মৰিশালী ওলালগৈ আৰু দেখিলে যে সি মুখেৰে ফেন কাঢ়ি জিভা উলিয়াই পৰি আছে। তাক ঘৰলৈ অনা গ'ল। পিছে এমাহ জ্বৰ নেৰানেপেৰা জ্বৰে বুকুৰ হাড লেখিব পৰা কৰিলে।

সেই কাৰণেই কাজলীকো দ'তে মায়া কৰিলে বুলি মানুহে সন্দেহ নকৰি নোৱাৰিলে। কলীয়াৰ কেঁচুৰা এটা মাকৰ গাখীৰ নেখাই শুকনি লাগি মৰিল। সি যম-দুৱাৰ মৰিশালীত নিজে পুতি থৈ আহিবলৈ সাহ নকৰিলে। লগতে

ভালেমান মানুহ গ'ল। মানুহবোৰে এই চলতে মৰিশালীৰ ভালেখিনি ঠাই চালে। ক'তো কাজলীৰ শটো বা জংকাটো দেখা নেপালে। তাইৰ জংকাটোও সিহঁতে চিনি পালেহেঁতেন। কাৰণ, সকলোৱে শুনিছে যে তাই গুলাই অহাৰ সময়ত খাৰু এযোৰ পিন্ধি আহিছিল। খাৰু যোৰ আৰু দাগ্নি ভগা ফটা ছাতি এটাহে হৰি বাস্ত মুক্তিয়াৰে ঘৰত বিচাৰি পোৱা নাই।

একোতে সন্ধান নিমিলাত কাজলীৰ হঠাতে নাইকীয়া হোৱা ঘটনাটোৱে ল'ৰাৰ পৰা বুঢ়ালৈকে সকলোৰে মনত অসীম ৰহস্যৰ খলক তুলিলে। কাজলীকে লৈ বহুত আলোচনা চলিল। আচলতে কাজলী পাপিনী নে, মুক্তিয়াৰ পাপী, এয়ে লৈ বুঢ়াৰ মাজত শাস্ত্ৰৰ বাখ্যা চলিল। কোনোৱে ক'লে যে কাজলী যদি আপোনঘাতী হৈছে, তেনেহলে তাইহে পাপিনী। কিয়নো, ভগৱন্তত বিশ্বাস নেথাকিলে আৰু নিজৰ আত্মাক বিশ্বাস নকৰিলেহে জীৱ আপোনঘাতী হয়। খুব কম মানুহেহে অভিমত দিলে যে মুক্তিয়াৰো পাপী হ'ব পাৰে। তেওঁলোকৰ মতে মুক্তিয়াৰক হেনো বুঢ়া কালত ভীম ৰতিয়ে পাইছিল। এইটো বয়সত নিস্পৃহ নিষ্কলুষ হৈ নিজকে দয়াময় প্ৰভুত সঁপি দিব লাগে। কিন্তু মুক্তিয়াৰক 'দুষ্ট কলিসৰ্পে দংশিলে'। তেও আকৌ গাভৰু এজনী বিয়া কৰাই ডেকা কালৰ উপভোগ বাঞ্ছা কৰিলে। এয়া কপট ভকতৰ চিন। সঞ্জয় বুঢ়া বৰ 'ধৰ্মিস্তি' মানুহ। নামঘৰত তিনি প্ৰসঙ্গ কৰে। তেখেতে ক'লে, "ধৰম মূৰ্ত্তি বস্তুৱে (মাধৱদেৱে) পাৰোতেনো

এই কলম লেখি গ'লনে?—অন্ন যোনি কিছু নকৰে বিচাৰ জাতিকুল ভৈল নষ্ট। বৈষ্ণৱৰ বেশ ধৰিযা ফুৰয বেদপথ কৰি নষ্ট॥ মুক্তিযাৰো সেই। বোৱাৰীও আছে, নাতি-পুতিও আছে। অথচ তেওঁ উঠন যুবতীৰ সঙ্গ-সুখ বিচাৰিলে।"

ডেকাবোৰৰ তেতিযাহে কাজলীলৈ কৰুণা হ'ল। সিহঁতৰ মানত তাই বেচেৰী এজনী ঠেং ভগা হৰিণী। উপমাটো স্বৰূপতে খাপ খোৱা। সকলোৱে একমুখে স্বীকাৰ কৰিব যে কাজলীৰ দৰে দুখিনী হৈ জনম নোলোৱাই ভাল। তাইৰ দশা সকলোৱে জানে। এতিযা তাইৰ কাৰণে এষাৰি আই ঐ দেহি নোবোলা মানুহ নোলাব। তাই আপোনঘাতী হোৱাৰ কাৰণে নহয, নাইবা ঘৰৰ পৰা ওলাই যোৱাৰ কাৰণেও নহয। হৰি কান্তক বিযা দিযা কাৰণেহে। হৰি কান্তৰ বয়স তিনি কুৰিৰ দেওনা পাৰ হৈছে। ওপৰৰ দাঁত নাই। তলৰ পাৰিৰ কেবাটাও সৰিছে। গাৰ ছালো সোপোকা-সোপোক। আনকি মাতটোও দাঁত সৰা কাৰণে থোতা-মোজা হৈছে। সিফালে কাজলীৰ বযস সোতৰ বছৰ পাৰ হৈছে মাথোঁ।

কিন্তু হৰি কান্ত মুক্তিযাৰৰ যে সকলো কামেই আচৰিত। নতুনজন অধিকাৰ কৃপাসিন্ধু এলেহুৱা আৰু উদাসীন ধৰণৰ লোক। তথাপি অধিকাৰ যেতিযা তেখেতৰ ক্ষমতা ৰজাৰ পাছতেই। কিন্তু তেখেতৰ দুৰ্ব্বলতাৰ চেলু লৈ মুক্তিযাৰে তেখেতক হাত কৰিলে। তেওঁ সত্ৰৰ সকলো কামতে অপৰিহাৰ্য্য

হৈ পৰিল। মুক্তিযাৰৰ হাতৰ পুতলা হ'ল কৃপাসিন্ধু অধিকাৰ। হিজলবাৰী সত্ৰৰ নামত বহুত মাটি। প্ৰায পঁচিশ হেজাৰ টকাৰ কৰ উঠে। তাৰ গৰাকী কৃপাসিন্ধু। তেখেত পিছে নামতেহে। প্ৰকৃত তদাৰক হ'ল হৰি কান্ত মুক্তিযাৰ। তেওঁ কৰ-কাতল তোলে, বেছি আদায কৰি টকা আত্মসাৎ কৰে, দুখীযা ৰায-তক বেছিকৈ উৎপীড়ণ কৰে। তেওঁ বহুতৰ মানত বিভী-ষিকা। তেওঁ দুখীযাক বেছি দুখীযা কৰিছে। সুবিধাবাদী ধনীবোৰক বেছি ধনী কৰিছে। তাৰ প্ৰমাণ হ'ল—হোদোৰ, মধুপদ্ম আৰু আঘোণা। ভকতৰ কষ্টোপাৰ্জ্জিত ধন তেওঁ নিৰ্বিবাদে হজম কৰিব পৰা হ'ল। কামনা-বাসনা বেছিকৈ অনুভৱ কৰিবলৈ ধৰিলে। চৰিতাৰ্থ কৰাৰো বহুত উপায ওলাল। কৃপাসিন্ধুৱেও স্বীকৃতি পোৱা গাদীখনত বহি যি পালে তাৰেই ভোগ-বাসনাত মত্ত থাকিল,—কেৱল ভগৱানক পাহৰিবলৈকে। তেওঁৰ আৰু মুক্তিযাৰৰ যুটীয়া ক্ষমতা সদায় নিষ্কণ্টক। কাৰণ সাত সাগৰ তেৰ নদীৰ সিপাৰৰ বৃটিছ সিংহ দেশৰ ভাগ্য-নিযন্তা যদিও ধৰ্ম্মানুষ্ঠানৰ অসততা লক্ষ্য নকৰে। বৰঞ্চ ধৰ্ম্মৰ ধুমকেতুবোৰক (?) কৃপাৰ দৃষ্টিৰেহে চায।

তেনেহলে প্ৰকাৰান্তৰে হৰি মুক্তিযাৰ ৰজাৰেই প্ৰতিনিধি। কাৰণ সত্ৰৰ কৰ-কাতলৰ পৰা ৰজায়ো অলপ অংশ পায়। তেওঁলৈ কোনে তোচ নস্য'ব? তিনি কুৰি বছৰত পত্নী বিয়োগ হোৱাৰ পিছতো তেওঁ যদি কোনোবা ছোৱালীৰ বাপেক-

মাকক বিয়াৰ প্ৰস্তাৱ কৰে, সেই প্ৰস্তাৱ উলাই কৰিবলৈ কোনে সাহ কৰিব পাৰে? যোগ্যা ভোগ্যা বসুন্ধৰা। তদুপৰি নাৰী মাথোঁ ভোগৰ কাৰণেহে। যাৰ যোগ্যতা আছে, তেওঁ এজনী নেলাগে দহ জনী সুন্দৰীৰ দেহৰ মাধুৰী উপভোগ কৰিব পাৰে। নাৰী অবলা। সিহঁতক লালন-পালন যি কৰিব পাৰে, সিয়েই যোগ্য পুৰুষ।

অৱশ্যে কাজলীক পাবলৈ মুক্তিয়াৰৰ বেছি সহজ হ'ল। তাই মোমায়েকৰ ঘৰত আছিল। আচল ঘৰ কহুৱাবনত। তাই মাক-বাপেকৰ একমাত্ৰ ছোৱালী। অতি আদৰৰ। কিন্তু সেই মৰম বেছি দিন নেপালে। কঁহুৱাবনত মাউৰ মহামাৰীয়ে ভালেমান মানুহৰ ভেঁটি উচন কৰিলে। সেইবাৰ মাউৰতে কাজলীৰ মাক-বাপেক কাল হ'ল। বহল পৃথিৱীত তাই ঘাত মাউৰী হ'ল। বাৰুকৈ মোমায়েক আছিল কাৰণেহে। তেতিয়াৰেপৰা প্ৰায সাত মাহ কাল তাই মোমায়েকৰ ঘৰত কোনো দুখ নোপোৱাকৈ আছিল। কিন্তু য'তে বাঘৰ ভয় ত'তে ৰাতি হয়। এদিন মাটিৰ খাজনাৰ তাগিদা দিবলৈ মুক্তিয়াৰ মোমায়েকৰ ঘৰত সোমাল। তেওঁ কাজলীক দেখা পালে। হৰিণাৰ মাংসই বৈৰী হ'ল। তেওঁৰ বাসনাৰ জুইত তাই যেন ঘিঁউহে ঢালিলে।

তাইৰ মোমায়েক বৰ নিচলা মানুহ। কোনো মতে সংসাৰৰ জোৰা মাৰে যদিও সময়মতে কৰ-কাতল শোধাব নোৱাৰে। সেই কাৰণেই কেবা দবা মাটি লোকক দিব লগা হৈছে।

হৰি মুক্তিয়াৰ নিজে উপস্থিত হোৱা দেখি মোমায়েকৰ চুলিৰ আগে জ্বলি গ'ল। দুবছৰ একো পৰিশোধ কৰা নাই। হৰি কান্তক সাক্ষাৎ তেওঁ যমদূত যেন দেখিলে। তদুপৰি হৰি কান্তৰ চেহেৰাটোহে যি!—"কৃষ্ণ বৰ্ণ কায দেখি জীউ যায, হাতত লোহাৰ ডাং।" ইযাতকৈনো কিমান অমিল? তথাপি মোমাযেকৰে কপাল ভাল। কাৰণ কাজলীক দেখি মুক্তিয়াৰৰ মনত কোমল কুঁহিপাত মেলিলে। এইজনী দেখোন বৰ শুৱনি ছোৱালী। একেবাৰে "নৱ যৌৱন স্তন বদৰী প্ৰমাণ। উৰু কৰিকৰ কটি ডম্বৰুক থান।।" হাঁহিটোও আচৰিত। "ঈষৎ হাসি মদন মোহ যায।" খন্তেকতে তেওঁ নিজক পাহৰিলে, নিজৰ উদ্দেশ্য পাহৰিলে। নিজৰ কুৰূপতাও পাহৰি গ'ল। তাইৰ ৰূপে যেন তেওঁকো ধুনীয়া কৰিলে। বহুত দিনৰ মূৰত তেওঁৰ মনলৈ আহিল,—যে পৃথিবীত ফুল আছে, ফুলৰ সুবাস আছে। তেওঁ তাইৰ মোমাযেকক তাগিদা দিব নোৱাৰিলে। খুব ভালকৈ কথা বতৰা পাতিলে। খুব সদয় ভাব দেখুৱালে।

কিন্তু তাগিদা নিদিলে কি হ'ব? বহুত মূল্যবান বস্তু আদায় কৰি ল'লে। যি হৰিকান্তই অধিকাৰক হাতৰ পুতলা কৰিব পাৰে, সেই হৰি কান্তৰ কাৰণে মোমায়েকক হাত কৰি কাজলীক বিয়া কৰোৱা অতি সহজ কথা। তিনি দিনৰ ভিতৰত মোমাযেকক হাত কৰিলে আৰু পাছৰ তিনি দিনৰ মূৰত বিয়াৰ দিন ঠিক হল। কাজলী বলিৰ পাঠী হ'ল।

এই কথাত সকলো আচৰিত। সঞ্জয় বুঢাই অভিমত দিলে, "বৃদ্ধস্য তৰুণী ভাৰ্য্যা।—এই উক্তি তাহানি কালৰে। শাস্ত্ৰৰ কথা চাৰিও যুগতে চলে। হৰি মুক্তিযাৰ কলিৰ যযাতি। পিছে শেষ-ফল হলে বেযা দেই।"

আচল কথা কবলৈ হ'লে, কাজলীক সমৰ্পণ কৰাত মানুহ আচৰিত হোৱা নাছিল। কাৰণ বিযাৰ ক্ষেত্ৰত কাজলীৰ মত অচল। হিজলবাৰী সত্ৰত ছোৱালীৰ মত লৈ বিযা দিযাটো চলিত নিযম নহয। সেইটো চৰুক সুধি ভাত বহোৱা কথা। আনকি সত্য যুগতো দ্ৰৌপদীৰ সযম্বৰ হৈছিল দ্ৰুপদ ৰজাৰ আহ্বানত। সীতাযো শ্ৰীৰামচন্দ্ৰক মালা পিন্ধাইছিল জনক ৰজাৰ পণ অনুসৰি হৰধনু ভাঙিলতহে। কিন্তু মানুহ আচৰিত হ'ল এটা কথাত। বুঢা মানুহজনৰ কাজলীৰ দৰে ছোৱালীজনীক বিযা কৰাবলৈ সংকোচ নহ'ল কিয ? তেওঁৰ বুঢা কালত পৰকিতি লৰিছে ? এৰা, ঘোষাত দেখোঁ আছেই :

"বালকে কৰোক বহুমান, যুবাযে সেৱোক পাৰেমান
বৃদ্ধ বিষযৰ বহিভূ'ত হুযা গৈল।
ভোগ কৰিবাক নপাৰয় তথাপিতো আশা নছাডয
হৰি হৰি হৰি কিনো বিপৰীত ভৈল।।"

সেই কাৰণেই বহুতে মুক্তিয়াৰক আলেঙে আলেঙে হাঁহিলে। কাজলীৰ মোমাযেকেও বেঁকা কথা শুনিবলৈ পালে। এতিযা ছমাহ মুক্তিযাৰৰ ঘৰত থাকি কাজলী হঠাতে ক'ৰবালৈ উধাও হোৱাৰ খবৰটো শুনি সেইবোৰ মৰমিয়াল মানুহে মনে

মনে ভালেই পালে। কাজলী মৰি যোৱা, পলোৱা আৰু মুক্তিযাৰৰ ঘৰত বোৱাৰী খটা, একে কথা।

কাজলী মুক্তিযাৰক নেওচা দি যোৱাৰ দুদিনৰ পাছতে সত্ৰৰ দুই এজন বুঢা ভকতে দুটামান অমঙ্গলৰ চিন দেখিলে। সত্ৰত ধৰ্ম্মৰ নামত ব্যভিচাৰ হৈছে। সেই কাৰণেই আন-বোৰ মানুহো উলুৰ লগত বগৰী পোৰা যাব।

সোন্দৰ বাপে তাৰ প্ৰমাণ পাইছে। সন্ধিয়া তেওঁ হেৰোৱা দমৰা গৰুটো বিচাৰি বিচাৰি যম জুৰাৰ মৰিশালীৰ কাষ পালেগৈ। হঠাতে তেও থৰ হৈ গ'ল। তেওঁ শুনিবলৈ পালে, একে লগে ছয় সাতটা ঘোঁৰা চেকুৰাৰ শব্দ। নিশ্চয় জুনুকা লগোৱা ঘোঁৰা। জুনুকাৰ শব্দ খুৰাৰ শব্দতকৈ বেছি। তেওঁৰ বুকু কঁপি গ'ল। ৰাইজে এইবাৰ এশিকনি পাব। কোন ৰয়, কোন বাচে, প্ৰভুৱেহে জানে। তেওঁ মৰিশালীৰ ফালে খুব কৌতূহলেৰে চালে। সন্ধ্যাৰ ধূসৰতাই মৰিশালী-খন বেছি বেদনাময় কৰি তুলিছে। অস্পষ্টতাই বেছি ৰহস্যময় কৰি তুলিছে। মাথোঁ দেখিবলৈ পালে, ওখ ওখ গছৰ গা ছোৱা। অৱশ্যে এইবোৰ ঘোঁৰা মানুহে নেদেখে। দেশত মাৰী-মৰক হোৱাৰ আগতে মায়াবী ঘোঁৰাত উঠি সাক্ষাৎ কালেহে ফুৰা চকা কৰি যায়হি। ওঠৰ বছৰৰ আগতে বৰ আয়ে সত্ৰৰ মানুহ পাতলাইছিল। মাউৰতো সেই বছৰ বহুত মৰিল। সেইবাৰো জুনুকা লগোৱা ঘোঁৰাৰ শব্দ মৰিশালীত শুনিবলৈ পোৱা গৈছিল।

কানু আতৈযেও জঁযাল হাবিখনৰ মাজৰ পৰা তিৰোতাৰ বিননি ভাঁহি অহা শুনিবলৈ পালে। সেয়া যে দেশৰ ভাগ্য-লক্ষ্মীযে বিনাইছে। নিশ্চয এইবাৰ ৰাইজৰ দুখ কুলাই পাচিযে নধৰা হব। দেশৰ অমঙ্গল হলেহে ভাগ্যলক্ষ্মীযে দুখত বিনায়। কানুৰ কথা শুনি সঞ্জয বুঢাই এইবাৰ অভি-মত দিলে, "মানুহ এইবাৰ চিলনী-শগুণৰ ভোজ হব। বোপা-ককাৰ মুখে শুনিছিলোঁ, মান অহা বছৰহে হেনো যম দুৱাৰৰ কাষৰ হাবিখনত ভাগ্যলক্ষ্মীযে বিনাইছিল। বদনৰ কাৰণে মান আহিল। এতিয়া আৰু তেনে দিন নহয। পিছে আমি একমাত্র অধিকাৰ আৰু মুক্তিযাৰৰ কাৰণেই আকাল মহামাৰীত মৰিব লাগিব যেন পাইছোঁ।"

সঞ্জয বুঢাৰ কথা শিলৰ ৰেখা। সকলোৱে বিশ্বাস কৰিলে। মুক্তিযাৰ যে সকলোৰে গুৰি, মানুহে বহুত দেৰিকৈ বুজিলে। অৱশ্যে অধিকাৰক খুব কম মানুহেহে বুজি পায় কাৰণে তেওঁৰ বিপক্ষে মত নিদিলে। সঞ্জয বুঢা অপুত্রক। তিনি-জনীকৈ ছোৱালী উলিয়াই দিযাৰ পাছত তেওঁ ঘৰত অকল-শৰীযা। গৃহিনী বিশ বছৰৰ আগতেই কাল হ'ল। তেওঁ সদায সন্ধিয়া ঘৰত থাকিব নোৱাৰে। উকুঙা উকুঙা লাগে। সেই কাৰণেই সদায নামঘৰত চাকি জ্বলায আৰু ভালেখিনি সময় পুথি পঢ়ি কটায। হিজলবাৰী সত্রৰ প্রকাণ্ড নামঘৰটো ডেৰ কুৰি তুলসীৰ খুটাৰে সজোৱা। অকলে সোমালেই গাটো গহীন গহীন লাগি যায়। সেই গহীন নিৰবতাত অপুত্রক

সান্ত্বনাকুল সঞ্জয় বুঢ়াই ঈশ্বৰৰ উপস্থিতি উপলব্ধি কৰে। তেওঁ আজি নামঘৰত পুথি পঢ়ি থাকোতে হঠাতে চাকি গছি দুমাওঁ দুমাওঁ হ'ল। ভাবিলে, শলিতা বঢ়াই দিবৰ হৈছে। নামঘৰৰ আন্ধাৰবোৰ বৰ ডাঠ হৈ পৰিল। শলিতা বঢ়াই দিবলৈ তেওঁ কাষত খৰিকা এডাল বিচাৰি যি দেখিলে, আন মানুহ হোৱা হ'লে বুকুৰ দম বন্ধ হ'লহেঁতেন। কিন্তু নামঘৰত ভগৱানৰ উপস্থিতি অনুভৱ কৰে কাৰণেই তেওঁ সদায় নিৰ্ভয়। তেওঁ খন্তেকতে বুজি উঠিল যে বুঢ়া ডাঙৰীয়া চোঁ মাৰি চাকিগছিৰ কাষেদি অহাৰ কাৰণেহে দুমাওঁ দুমাওঁ হৈছিল। নামঘৰৰ তদাৰক হ'ল বুঢ়া ডাঙৰীয়া' সাক্ষাৎ দেৱতা। ছহাত মান ওখ। গাৰ বং সেন্দুৰীয়া ডাৱৰৰ দৰে। গাত ৰূপৰ দৰে বগা পোছাক। কঁহুৱা ফুলৰ দৰে ডাঢ়ি-কোচা এহাত এমোঠন দীঘল। চকু দুটা ডাঙৰ যদিও ধুনীয়াকৈ হেলনীয়া। মুঠতে বৰ মৰমিয়াল চেহেৰা। সঞ্জয় বুঢ়াই ডাঙৰীয়াক আৰু এবাৰ দেখিছিল। চাৰি বছৰৰ আগতে। সেইবাৰ মুখত প্ৰসন্ন ভাব বিৰিঙিছিল। এইবাৰ কিন্তু ওলোটা। চকু দুটা লাটুমণিৰ দৰে ৰঙা। বুঢ়া ডাঙৰীয়াই যেন সংহাৰ মূৰ্ত্তি ধৰিছে তেওঁৰ ওচৰত থিয় দিলে।

সঞ্জয় বুঢ়াই কাতৰভাৱে সুধিলে, "বুঢ়া ডাঙৰীয়া, এখেৰ কিহত দোষ? নামঘৰত নিয়মমতে শৰাই দিয়া হৈ আছে। নাম-প্ৰসঙ্গো হয়।"

বুঢ়া ডাঙৰীয়া অলপপৰ তভক মাৰি ৰ'ল। হাত এখ-নেৰে চকু দুটা লুকুৱালে। চকুপানী লুকুৱা নাইতো ? এটি হুমুনিয়াহ বুঢ়াৰ কান্ধেদি সৰকি গ'ল। বুঢ়া ডাঙৰীযা খন্তেকতে অন্তৰ্ধান হ'ল। মাথোঁ মণিকূটৰ ফালে শুনিবলৈ পোৱা গ'ল, "সত্ৰত পাপ সোমাইছে, সঞ্জয। তইঁতৰ নিস্তাৰ নাই। হৰি কান্তই তইঁতক ডুবাব।"

অশৰীৰী বুঢ়া ডাঙৰীযাৰ কথাৰ সাৰ্থকতা সকলোৱে বুজিলে। মুক্তিযাৰৰ বিপক্ষে যে মানুহবোৰ জঁকি আছে, কৃপাসিন্ধু অধিকাৰে জানিও নজনা ভাও ধৰিলে।

অৱশ্যে মুক্তিযাৰে তেওঁৰ বিষযে আলোচনা কৰা সকলো গম পায। তেওঁ লাজ অপমান আৰু বিক্ষোভত ঘৰৰ পৰা নোলোৱা হ'ল। তেওঁলৈ ঘৃণা কাৰণেই কোনো মানুহ তেওঁক এই দুখৰ দিনতো খবৰ কৰিবলৈ নগ'ল।

তেওঁৰ ওচৰতে পদুমী বটীৰ ঘৰ। তালৈ যে কাজলীৰ অহা-যোৱা আছিল, বহুতেই জানে। মুক্তিযাৰেও নিশ্চয জানিছিল। তেওঁ বটীক ভেঁটিৰপৰা খেদাবলৈ ফাং পাতিছিল। বুটীৰ ঘৰলৈ বোৱাৰী মানুহজনী যোৱাটোনো কি জেঙা লগা কথা ? নিশ্চয ইযাৰ মূলতে কিবা কথা আছে। মুক্তিযাৰে বুটীক হুমিযাই কেইটামান মানুহক কৈছিল, "এইটো ভেঁটিত তাই থকাতকৈ চেপাইতিতা গজাও ভাল। তাই শাখিনী। এটাৰ মাইকী হওঁতেই গিৰিযেকৰ মূৰটো চোবালে। যি এটা ল'ৰা আছিল, সিও চুতীযানীত জাত গ'ল। এই-

বোৰ তাইৰ পাপতেই হৈছে। এতিয়া মোৰ মানুহজনীও সাং কৰিবলৈ চাইছে।”

তেওঁ এনেকৈ প্ৰতিশোধ ল'বলৈ বিচৰাৰ কাৰণটো এতিযাহে ওলাই পৰিল। অৱশ্যে বুঢ়ীয়ে এতিয়া ভেঁটিৰ পৰা খেদা খোৱাৰ কথা ভাবিব নেলাগে। কাজলী যোৱাৰ পাছত তেওঁৰ অৱস্থা চিকুট মাৰিলেও সাৰস্তুৰ নোহোৱা বিধৰ। সেযেহে এতিয়া পদুমী বুঢ়ীযে আটাইবোৰ কথা মানুহক জানিবলৈ দিলে। কাজলীক কৰুণাৰ দৃষ্টিৰে চোৱা মানুহবোৰৰ তাইক নতুন পটভূমিত বিচাৰ কৰিবলৈ হেতু ওলাল।

ঃ কাজলী ঘৰ এৰি যোৱা আগৰ দুদিনৰ কথা। শনিবাৰে (কাজলী নিখোজ হৈছিল সোমবাৰে) মাজনিশা পদুমী বুঢ়ীযে ভামোল খুন্দি আছিল। তাৰে শবদ শুনি কাজলী হাতত সাৰে ভৰিত সাৰে পাটীৰ পৰা উঠি আহিল আৰু বুঢ়ীৰ ঘৰৰ দুৱাৰ ডাংদালত টুকুৰিযালে। বুঢ়ীয়ে চোৰ নহয বুলি বুজি পালে। চুৰ কৰিবলৈনো কি বস্তুবোৰ আছে? ভিতৰত চাকি জ্বলিযেই আছে। খুন্দনাৰ মাত আৰু কাঁহ লাগি থকা কাঁহটোৱে বুঢ়ী সাৰে থকাৰ আগ জাননী দিবই। চোৰবো আও মূৰ্খটোৱেও বুঢ়ী শুলেনে নাই জানিবলৈ দুৱাৰ-ডাঙত টুকুৰিযাই চাবৰ দৰ্কাৰ বুলি নেভাবিব। বুঢ়ীযে ভাবিলে, নিশ্চয় কাৰোবাৰ প্ৰসূতা ৰোগ হৈছে আৰু নিৰুপায অৱস্থাত পৰি বেজিনী মাতিবলৈ আহিছে। পদুমী নাম থকা বেজিনীও। তাই দুৱাৰ খুলি দিলে। কিন্তু জোনৰ

পোহৰত কাজলীক দেখা পাই হুতভম্ব হৈ গ'ল। দুপৰ ৰাতি-খন এইৰ কি চুট্‌খৰে খাইছে ? নে, কাৰোবাৰ অথন্তৰ ?

"কাৰোবাৰ অসুখনে কি কাজলী ?" বুঢ়ীয়ে জানে, 'নৰ মনিচ'ক বেমাৰে ধৰাৰ পৰ-অপৰ নাই ।

কাজলী নিমাতে ৰ'ল।

"সি হৰি কান্ত ঘৰত নাই নেকি ?" কাৰণ হৰি কান্তই মাজে মাজে গৈ আঘোণা ঘাটুৰৈ নাইৰা বিনন্দ মৌজাদাৰৰ ঘৰত ৰাতি কটায়।

"মুখত চামোনে বাহ ল'লেনে কি ? নে, পকৰাই পোৱা কাৰণে মোৰ ঘৰ পালি ? ক'ৰবালৈ গৈছিলি ?" এৰা, ৰাতি লগ পাবলৈ আছিও ভাই একো উত্তৰ দিব পৰা নাই। নিশ্চয় কিবা ক'ব নলগীয়া কথা ক'ব। তাইৰ মুখ মলিন। চকু ৰংচীয়া। তাই উচুপিছে।

"কি হ'ল ? হৰি কান্তই তোক কিলালে ? সি কিলা-ৰও পাৰে। তাৰ মুৰত শনিয়ে বাহ ল'লে।"

এইবাৰ কাজলীয়ে ক'লে, "আইতা, তোৰ খাটত শুই শুই ক'ম। বহুত কথা।"

তাই খাটত পৰিল। ঘৰৰ মাৰলীবোৰ এনেয়ে চাই থাকি ঢুলঢুলীয়া চকুহাল বিহুৰ আঁচলেৰে মুচি ল'লে। বুঢ়ীও কাষতে বহিল।

"মোৰ ভালে অহা যদি হৰি কান্তই গম পায় ?"

"লেতুলেতু হৈ বিচৰাৰ এচুকত সেইটো ঘৰি আছে।

মইহে যেনেকৈ খৰলি পিটি ৰাস্তিটো কটায় দিওঁ, সি ক'বকে নোৱাৰে। মৰা মানুহবো কিজানি চেতনা আছে, তাৰ নাই।"

অতিপাত অশ্ৰদ্ধাৰ কাৰণেই গিৰিয়েকক 'সি' বুলি ক'লে। বুঢ়ীয়ে কথাটো লক্ষ্য কৰিলেও প্ৰতিবাদ নকৰিলে। কামনাৰ অতৃপ্তিৰ ইঙ্গিত থকা কথাখিনি বুঢ়ী মানুহজনীৰ আগত কৈ পেলোৱাৰ কাৰণে তাই লাজতে চকু দুটা আকৌ মুদি দিলে। বুঢ়ীয়ে বহুত নোকোৱা কথা আৰু সুবুজা বেদনা খন্তেকতে বুজি পেলালে। ভাবিলে, হৰিকান্ত ব'দৰ তাপত শিপা নোহোৱা লকচা বন, বৰ গছৰ কাষৰ নিশকতীয়া সোণাৰু। বুঢ়ীৰ কাজলীৰ কাৰণে কান্দি পেলাবৰ মন গ'ল। মনত পৰিল দুকুৰি বছৰৰ আগৰ কথা। গিৰিয়েকৰ লগত যে তাই কেনে যোৰ হৈছিল। তাৰ বহল বুকুত সোমাই তাই উত্তাপতে পমি গৈছিল। সেইবোৰ কথা এতিয়া সপোন সপোন লাগে। পদ্মমীৰ কাজলীলৈ বৰ মায়া হ'ল। তাইৰ আউল বাউল চুলিবোৰ স'থন লগাই দিলে। পূবে ভোটা তৰা ওলোৱা সময়লৈকে কাজলী বুঢ়ীৰ লগত আছিল। অনেক ভিতৰুৱা কথা কৈছিল।

... বিয়াৰ এপষমান পাছৰে পৰা কাজলীৰ হৰিকান্ত কাষ চাপিলেই বিছা বৰলে ডকা যেন লাগিছিল। হৰি-কান্তয়ো তাইক নিমিষে নিমিষে সন্দেহ কৰিছিল। তাইক ক'লৈকো ওলাবলৈ নিদিয়ে। আনকি নামঘৰত ভাওনা চাবলৈকো নপঠিয়ায়। হৰি কান্তৰ শেন চকুৱে তাইক ঘৰত বন্দিনী কৰিলে। মোমায়েক আহিলেহে তাইৰ চ'ৰাঘৰথন

গছকিবলৈ ভাগ্য হয়। কাজলীয়ে কয় যে তাইৰ মোমায়েক আচল শত্ৰু। তাইক জ্বলা জুইত জাপি দি ৰং চাইছে। পদুমী বুঢ়ীয়ে মানুহক কয়, "সি হৰিকান্ত এটা মাংসলোভী কুকুৰ। তাক কোনো তিৰোতাই পতি বুলি ভাবিব নোৱাৰে। ঘোষাতো কৈছে—দশনবিহীন কুটা যেন, হাড চোবাইবাক নেপাৰয়, জিহ্বা লডবড কৰি মাত্ৰ চেলেকয়। "

সেইদিনা যাবৰ সময়ত কাজলীয়ে কৈছিল, "কাইলৈ সন্ধিয়া তোৰ তালৈ আকৌ আহিম। গজেনে ইযাতে আহি মোক লগ ধৰিম বুলি কথা দিছে। ঘৰলৈ যাবলৈ হাক দিছোঁ। জানই নহয়, তাত মোৰ ওপৰত সকলোৰে চোভা।"

শুনিয়েই বুঢ়ীয়ে চকুৰে ধোঁৱা-কোৱা দেখিলে। কি দুৰ্দ্দান্ত সাহস কাজলীৰ। আকৌ ভাবিলে, এযা অদমনীয যুৱতী মনৰ সাহস। এই বযসত সকলো সম্ভৱ। আজি, সোণাইৰ বাঢনী পানীৰ দৰে তাইৰ ভেটা দি ৰাখিব নোৱাৰা মন। তাইৰ দেহত সোতৰ বছৰীয়া তেজৰ উজান উঠিছে। পাৰ ভাঙি বাগৰি পৰিবৰ হৈছে। এই সোঁত হৰিকান্তই বালিৰ ভেটা দি বন্ধ কৰিব নোৱাৰে।

"কাজলী, গজেনলৈ তই কেনেকৈ খবৰ পঠালি ?"

"কঁছৰাবনৰ চম্পক সিদিনা আহিছিল। সি আমাৰ কথা-বোৰ জানিছিল। গজেনৰ বন্ধুও। তাকে জনালোঁ। সিয়েই গজেন কাইলৈ অহাৰ খবৰটো দিলে।"

"হৰি কান্তই জানো চম্পকক লগ ধৰিবলৈ অনুমতি দিলে ?"

"তাৰ চকুত বালি মাৰি বৰ ভাল পাওঁ। চৰাঘৰত মাত শুনিযেই কোনে কথা কৈছে গম পাওঁ। সেই কাৰণেই কথাটো সহজ হ'ল।"

বুঢ়ীয়ে কাজলীৰ বুদ্ধিক প্ৰশংসা নকৰিলেও তাইৰ চালা-কীটো মনে মনে ভালেই পালে। ভাবিলে, অসন্তুষ্ট তিৰো-তাই অনেক অসাধ্য কাম কৰিব পাৰে। প্ৰেম পাগলিনী গোপিনীৰ বিৰহ বিননিয়ে যমুনাৰ সোঁতো উজাই বোৱায়।

গজেন নামটো পদুমী বুঢ়ীৰ কাৰণে নতুন নহয়। কাজ-লীৰ মুখৰ পৰা আগতেই শুনিছিল। কঁহুৱাবনত মাউৰ হোৱা সময়ত গজেন নাছিল। সি মণ্ডল পঢ়িবলৈ জালুক-বাৰীলৈ গৈছিল এবছৰৰ কাৰণে। সি থকাহেঁতেন তাই মোমাযেকৰ ঘৰত আশ্ৰয় নল'লেহেঁতেন। কিন্তু আহিয়েই যে এই বিপদত পৰিল। তালৈ তাই খবৰ এটাও দিয়াব নোৱা-ৰিলে। জালুকবাৰী কিমান দূৰৈত তাই কোনো পধ্যে অনুমান কৰিব নোৱাৰে। শুনিছে বোলে কঁহুৱাবনৰ পৰা ডেৰকুৰি আঁঠ মাইল খোজ কাটি গৈ চাপৰমুখত ভাটীলৈ যোৱা ৰেলখন ধ'ৰিব লাগে। ৰেলতো এবেলা গ'লেহে সেইখিনি ঠাই পায়গৈ। হিজলবাৰীলৈ আহি তাৰ শুংসূত্ৰ নৌ পাওঁতেই তাইৰ বিয়া হৈ গ'ল। কিন্তু সেইটো গজেনকে বিয়া কৰাম বুলি কীৰ্ত্তন পুথিত হাত দি তাই শপত খাইছিল। সি জালুকবাৰীৰ পৰা অহাৰ খবৰটো সিদিনা চম্পকৰ মুখেহে শুনিলে। সি হেনো নিজৰ ঠাইতে লাট এটা পাইছে।

গজেনে পদুমী বুঢ়ীৰ ঘৰত গোপনে লগ পাম বুলি চম্পকৰ মুখে আকৌ খবৰটো পাই কাজলীৰ ধমণীৰ সোঁত উজাই বলে। নিজক আটাইতকৈ ধুনীয়া যেন লাগিল। মুক্তিয়াৰৰ পদুলি মুখত থকা শেৱালি জোপালৈ বুজাব নোৱাৰা মোহ উপজিল। শেৱালিৰ সুবাসত বেছি তীব্ৰতা অনুভৱ কৰিলে। নাদৰ পাৰৰ পৰা উষাৰ সূৰুযটো বেছি তেজ-গোৰা দেখিলে। আকাশৰ হেঙুলীয়া ডাৱৰবোৰে মনটো বেছি উৰণীয়া কৰিলে। বতাহত হয়তো বাঁহগছৰ পাত দুটামান লৰিল। লগে লগে তাইৰো বুকুৰ ধপধপনি উঠিল। তাইৰ মন গ'ল,—গাটো উদঙাই যেন নিজম নাদৰ পাৰত থিয় দি থাকিব আৰু তাকে দেখি আকাশৰ তৰাবোৰ বৰকৈ উজলি উঠিব। অশিষ্ট ভাববোৰ সংযমৰ লেজুৰে তাই বান্ধি ৰাখিব নোৱাৰা হ'ল। গজেনৰ দেহাটো যে শিলত কটা মূৰ্ত্তিৰ দৰে। সি খামুচি ধৰিলেই যেন নধৰ নিপোটল দেহাটো ধুনা কপাহৰ দশা হ'ব। সবল পুৰুষৰ হাতত যে তিৰোতা কপাহৰ দৰে লেতু সেতু।

গজেনৰ কথা উল্লেখ কৰিযেই যে কাজলী উত্ৰাৱল হৈ পৰিছে, বুঢ়ীয়ে তাইৰ চকু দেখিয়েই ধৰিব পাৰিছে। বুঢ়ী বৰ চিন্তাত পৰি গ'ল। খুব গহীন হৈ সুধিলে, "কাজলী, তই জানো সন্ধিয়া হৈয়ালৈ আহিব পাৰিবি? হৰি কান্তৰ যে কাৰা নক্ষৰ।"

"কাইলৈ বিনন্দ মৌজাদাৰৰ ঘৰলৈ যাব। নাম গোৱা সবাহ আছে। পুতেক ৰোৱাৰীয়েকো নাই। অধিকাৰৰ পাঁচনি

দুটা ঘৰত থৈ যাব। সিহঁতক মই কুটা বুলিও নেভাবো।"

পদুমী বুটীয়ে আপত্তি নকৰিলে।

পাছদিনা সন্ধিয়া প্ৰকাণ্ড মানুহ এটা পদুমীৰ দুৱাৰমুখত হাজিৰ হ'ল। ইতিমধ্যে কাজলী, বুটীৰ ঘৰত সোমাই আছিলেই। তাক ভিতৰত বহিবলৈ দিলে। কাজলী কাষতে থিয় দিলেহি। বুটীয়ে দুয়োলৈকে চাই ৰ'ল। গজেনক ভাই আজিহে দেখিছে। একেবাৰে কুন্দত কটা চেহেৰা। তাৰ গলগলীয়া মাতটোৱে খুব সাহসী মানুহৰ পৰিচয় দিয়ে। কাজলীৰো আজি নতুন ৰূপ। ওৰণি লোৱা নাই। সেওঁতাত সেন্দুৰ নাই। কপা-লৰ সোঁ মাজৰ সেন্দুৰৰ ফোঁটটোহে জুইৰ মাজৰ আঙঠাৰ দৰে দগ মগাই আছে। তাইৰ পোছাকযোৰো মগুহৰ লগত লিপিট খাই ধৰা।

এহাল ডেকা-গাভৰুৰ ওচৰত বুটীৰ বয়সটো নিমিষতে অলায়ক হৈ পৰিল। ইয়াকে বোলে যৌবন। ইয়ে বসন্তৰ ফুল আৰু প্ৰকৃতিৰ ৰূপহৰ প্ৰত্যয় প্ৰেৰণা। ইয়াৰ বৰ্ণ আৰু ৰূপত আকস্মিক আশ্চৰ্য্য আছে।

বুটী সিহঁতৰ ওচৰৰ পৰা কালৰি কাটি শোৱনি ঘৰত সোমাল। এখনমান তামোল খোৱা সময় সিহঁতৰ মুখত উঁ-আঁ এৰাৰ নাই। মাথোঁ কাজলীৰ নাকৰ পানী উজোৱা শব্দটো। কান্দোনতকৈও বেছি কৰুণ।

অৱশেষত গজেনৰ মাত শুনা গ'ল, "ভেনেহলে তুমি মোক নচুৱালা। এতিয়া তোমাৰ দেহ অশুচি হ'ল। আকৌ

পুতলা নচুৱাবলৈ ৰচি টানিছা ?”

কাজলীৰ উচুপনিত কোঠালিৰ বায়ু সেমেকি গ'ল। তাই নিমাত। নিজৰ নিৰপৰাধ প্ৰমাণ কৰিবলৈ অকণো চেষ্টা নকৰিলে। গজেনে নিজকে কোৱাৰ দৰে তাইকে উদ্দেশ্য কৰি কৈ গ'ল, “মই জানো, ৰূপ বৰ অসপ্পাতী। ৰূপ বৰ দুষ্ট। মই জানো, ৰূপে মৰম নুবুজে, মাথোঁ ছলনা বুজে। ধন-সোণ বুজে। মুক্তিয়াৰৰ চন্দুকত ঢেৰ ধন-সোণ ঠাহ খাই আছে। তাৰ চিকমিকনি বেছি। আক মই মণ্ডলে মাহেকত পাওঁ বাৰ টকা চিকা ৰূপ।”

কাজলীয়ে এইবাৰ মাত লগালে, “তুমি মোক বেছিকৈ দুখ দিবলৈহে ইমান দূৰ আহিলা ? তোমাক মই বুজাব নোৱাৰিম। মোৰ যে একেবাৰে উপায় নাছিল। মই একেবাৰে নিঠৰুৱা। মোমাইদেৱেও আশ্ৰয় দি চুকতে থাকি বুকত কামোৰ মাৰিলে। মই পৰৰ কাৰণে বিকা গ'লো।”

“খবৰ এটাও দিয়াব নোৱাৰিলা ?”

“তুমি কিমান দূৰৈত আছা, কেনেকৈ খবৰটো পঠিওৱাৰ উপায় হয়—একোৰে উৱাদিহ নেপালোঁ। তুমি কঁহুৱাবনত থকাৰ কথা চম্পকৰ মুখৰ পৰাহে জানিলোঁ।”

“হিজলবাৰীলৈ আহি মোৰ খবৰ লৈছিলা ?”

“জালুকবাৰীত এবছৰ থাকিম বুলি কৈছিলা। মোৰ হিচাব মতে এবছৰ পূৰ হোৱা যেন পাই খবৰ লোৱাইছিলোঁ। একো খবৰ নেপালোঁ। তাৰ পাছত সময়েই

নহ'ল। তিনি দিনৰ ভিতৰতে মোৰ বিয়া হৈ গ'ল।"

"কিন্তু সেই সময়ত মই কঁহুৱাবনত আছিলোঁ। তুমি গুচি যাব পাৰিলাহেঁতেন। মই এদিন আহিছিলোঁ। মোমা-যেৰাই ঘৰত নাই বুলি ক'লে। বোধকৰোঁ তুমিয়েই তেনেকৈ ক'বলৈ দিলা। মন তোমাৰ মলিন। মুক্তিয়াৰত অমান্তি হোৱাৰ সাহস তোমাৰ নাছিল।" গজেনৰ মাতটো বেছি কৰ্কশ লাগিল।

কাজলীয়ে ৰাউচি জুৰি কান্দিলে। গজেনে আকৌ ক'লে, "বুজিলোঁ, তুমি দুমুখীয়া সাপ। সাজি কোৱা কথা মই ধৰিব পাৰো। তুমি ভবাৰ দৰে মই হোজা নহয়। আজি মাতিলা, মোৰ পৰা ডেকাৰ মৰম পাবলৈ। আৰু মুক্তিয়াৰক ৰবিলা সোণ-ৰূপৰ মায়াত? তোমাক মই তালুৰ পৰা তলু-বালৈকে চিনি পালোঁ।"

এই নিষ্ঠুৰ উক্তি শুনাৰ পাছত কাজলীয়ে প্ৰত্যুত্তৰ দিব নোৱাৰিলে। এটা প্ৰকাণ্ড দৈত্যইহে যেন তাইৰ নেলু চেপি ধৰিলে। কান্দোনো ৰোধ হ'ল। দুদাল শলিতাৰে জ্বলোৱা চাকি গছিও তাইৰ চকুত জলক-তবক লাগিল। গজেন গুপ্ গুপ্ কৰে ওলাই যোৱাৰ পাছত তাই মাটিত ঢলি পৰিল।

তাৰ পিছদিনা ৰাতিয়েই কাজলী মুক্তিয়াৰৰ ঘৰৰ পৰা নাইকীয়া হ'ল। আজি চাৰি দিন পাৰ হ'ল। একো শুংসূত্ৰ পোৱা নগ'ল। মুক্তিয়াৰেও তিনি দিনৰ মূৰত চুৱা খেদিলে। পত্নীৰ মুখে সকলো বৃত্তান্ত শুনি মানুহে মন্তব্য কৰিলে যে

এনে অকস্মাত ভাই আপোন-ঘাতী হোৱাহে সম্ভৱ। কাছমাৰী ডুবিব অথাই পানীৰ তলত চাগৈ ভাইৰ দেহা কাছ বা বৰালি মাছে খাই ওৰ পেলালে। তথাপি পত্নমী বুঢীয়ে দুই একক ক'লে, "দুটামানে কঁহুৱাবনৰ গজেনৰ ঘৰত বিচাৰগৈ। সিহঁতে সিদিনা কাজিয়া কৰিলে যদিও এৰা-এৰি হ'ল বুলি ক'ব নোৱাৰি। পীৰিতিৰ জোৰ, বলিয়া হাতীৰ জোৰ। একো বাধা নেমানে। 'ভূত ভবিচত' নেভাবে।"

গজেনৰ ঘৰত খবৰ কৰা হ'ল। কাজলী নাই। মানুহৰ মনত কাজলীয়ে বিজুলীৰ ৰহস্য দেখুৱালে।

০ ০ ০ ০

কাজলী নিখোজ হোৱাৰ পাঁচ দিনৰ পাছৰ কথা। যম দুৱাৰ মৰিশালীত হেনো খৰিকটীয়া বঙাল এটাই ভালেমান দূৰৈৰ পৰা কাজলীক দেখা পালে। সি কাজলীক আগেয়েও দেখা পাইছিল। এই কথাই সত্ৰ তল-ওপৰ লগালে। তাই জকৰ ডাইনী হ'ল। সঞ্জয় বুঢা, কানু আতৈ আৰু সোনদৰ ৰাপৰো বিশ্বাস হ'ল। কিয়নো আপোনঘাতী হোৱা জীয়ই পৰকালত নতুন জনম নেপায়। ইহকালৰ মায়াও এৰিব নোৱাৰে। সিহঁত ভূত-প্ৰেত হয়। কাজলীও ডাইনী হ'ল যেতিয়া মানুহক কম লটি ঘটি নকৰিব। এইবিধ ডাইনীয়ে মানুহ দেখিবই নোৱাৰে। মুক্তিয়াৰলৈ বিপদ আৰু বেছি।

এঘৰত গৰু এটা মৰিছিল। আৰু এটা মানুহ লগত লৈ ভাৰ বান্ধি গৰুটো মৰিশালীত পেলাবলৈ গৃহস্থৰ সাহে

খুকুলালে। বলুকা গাঁৱৰ পৰা মুচিয়াৰ দুটা মাতি আনিলে। সিহঁতে দুপৰীয়া মৰিশালীত ডাইনীক দেখা পাই হৃত-বুদ্ধি হ'ল। গৰুৰ ছাল চেলাই আনিবলৈ অকণমান সময় লৰ'ল। সাহ নহ'ল। হুৰমুৰ কৰে সত্ৰ পালেহি। মানুহে এইবাৰহে খৰিকটীয়া বঙালৰ কথা সঁচা বুলি জানিলে।

এটাই সুধিলে, "ডাইনীয়ে তহঁতক দেখি কি কৰিলে?"

"হাবিৰ ফালে সোমাই গ'ল।"

সিহঁতৰে এটা মুচিয়াৰে ডাইনীক লক্ষ্য কৰিছিল। তাৰ মতে ডাইনীৰ ওপৰ ওঁঠত মাহ এটা আছে। খাৰু এযোৰো পিন্ধিছে। হাতত এটা টোপোলা। কাজলীৰহে ওপৰ ওঁঠত মাহ আছে। তাই ওলাই যোৱা দিনা হাতত খাৰু আছিল বুলি মুক্তিয়াৰেও কৈছে। টোপোলাটোত তেনেহলে সৰিয়হ আৰু মানুহৰ লাওখোলা। ডাইনীয়ে এইবোৰেৰেই মানুহক মায়া কৰি মৰিশালীলৈ নিয়ে। এইবাৰ কথা বিষম। কাজলী ডাইনীয়ে কাক তিনি টেলেঙনা থুৱায় ঠিক নাই।

সেইদিনা আগ ৰাতিয়েই ডাইনী সত্ৰ সোমাল। পছুমী বুঢীৰ ঘৰৰ পৰা এৰেওমান আঁতৰত কুমলীৰ ঘৰ। ওচৰত জাৰ্মানী বনেৰে ভৰা বহল বাকৰি এখন আছে। লমান বজালৈকে গিৰিয়েক ঘৰত নাছিল। ঘৈণীয়েক কুমলীক কেঁচুৱা-টোৰে সৈতে এৰি থৈ সি আকৌ কাৰোবাৰ ঘৰত ভাং খাই খাই কথাৰ মহলা মাৰিবলৈ গৈছিল। কুমলীয়ে কেঁচুৱাটো ধান খেৰ জখোলা পাচি এটাত আলফুলকৈ শুৱাই ভাত বাঢ়ি

আছিল। হঠাতে কেঁচুৱাটোৱে বেছিকৈ কন্দা শুনি লৰি আহিল আৰু দেখা পালে কাজলী ডাইনীক। ডাইনীয়ে কেঁচুৱাটো কোলাত লৈ বৰ মৰম কৰি চুমা খাইছে। সাক্ষাৎ মাতৃৰূপী পুতনা ৰাক্ষসী। কুমলীৰ চেতন হেৰাই গ'ল। "খালে ঔ, মোকো খালে, পোনাটোকো খালে ঔ" বোলা বিকট চিঞৰটো ওচৰচুবুৰীযাই শুনি হুৰা হুৰাকৈ আহি পালেহি। কিন্তু ডাইনী নাই। কিজানি জাৰ্মানী বনৰ মাজত অন্তৰ্ধান হ'ল। মূৰত পানী দিহে কুমলীৰ জ্ঞান ফিৰাই আনিলে। তাইৰ মুখে সকলো শুনি মানুহ তধা লাগিল। পদুমী বুঢ়ীও আহিছিল। তাই সুধিলে, 'তই চাকিটো লৈ সোমাইছোঁ বুলি কৈছ। পিছে ডাইনীৰ জানো ছাঁটো দেখিলি ?" হয়তো। ডাইনীৰ যে ছাঁ নপৰে।

"সিমান লক্ষ্য কৰিবলৈ দেখোন তাৰ আগতেই মোৰ পিলাই চমকি গ'ল।"

'হযনে কি ? তথাপি তোৰ কেঁচুৱাৰ অথন্তৰ নহ'ব দেই। তোৰো একো নহয। ভয় নকৰিবি। অপকাৰ কৰোঁ বোলা-হেঁতেন, কেঁচুৱাটো দাঙি নিলেহেঁতেন। কাজলী ডাইনী যদিও বৰ ভাল ডাইনী। তাই বৰ ভাল ছোৱালী আছিল। তাইক মই হাডে হিমজুৱে চিনি পাইছিলোঁ।" এই বুলি কৈয়ে পদুমী বুঢ়ীযে এটা দীঘল হুমুনিযাহ কাঢিলে।

সেই ৰাতিযেই আৰু এটা ঘটনা হৈ গ'ল। মুক্তিয়াৰৰ সোঁ কাষৰ মানুহ ঘৰত। মাজ নিশা ভাত-চৰু ঘৰত শব্দ

হ'ল। বোৱাৰীযেক এজনী সাৰ পাই শহাকণীয়া হৈ শুনিলে, টকালি পাৰি ভাত খোৱাৰ শব্দ। ভাবিলে, নিশ্চয় শিযালে চৰু চুইছে। চৰুত পঁইতা ভাত আছিল। বান বাটি এটাত ভঁজামাছ অলপো আছিল। বোৱাৰীযেকে শাহুয়েকৰ সৈতে ভাত চৰু ঘৰলৈ গ'ল। হাতত লৈ যোৱা চাকিটো হঠাতে জ্বলাই দেখিলে, কাজলী ডাইনীযে পঁইতা ভাত খাইছে। তাইক আচল কাজলীতকৈ বহুত খীণ দেখা গ'ল। সিহঁতে হুৱা-দুৱা লগালে।

পাছ দিনাহে মানুহে গম পালে যে কাজলী ডাইনীয়ে এদিনৰ ভিতৰতে দুবাৰ মানুহৰ ঘৰ সোমাল। ডাইনী হয় বুলি এইবাৰহে পদুমী বুঢ়ীৰ বিশ্বাস হ'ল। মজিয়াখন জেকা আছিল। খোজ পোৱা গ'ল। সেই খোজ তিৰোতা মানুহৰ। বোৱাৰীযেক বা শাহুযেকৰ নহয। পদুমীযে ঠিক চিন ধৰিছে। সেই কেইটা কাজলীৰ খোজ।

হৰি কান্ত মুক্তিয়াৰে নিশ্চয এইবোৰ কথা গম পাইছে। এইবোৰ উপযাচি গম পোৱা কথাই। কাৰণ, তেওঁ কাকো একো নোসোধে। এইবোৰ আলোচনাৰ পৰা ফালৰি কাটি থাকে। মানুহটো এই পাঁচ দিনৰ ভিতৰতে মাটি যেন হ'ল। মুখত আগৰ দৰে বৰ বৰ কথা নাই। পুতেক বোৱাৰীযেকহঁতো ঘৰ পোৱাহি নাই। অকলশৰীয়া হৈ জীয়াতু ভুগিছে। সিহঁতক তেওঁ খবৰ এটা দিলে। তেওঁৰ সময়বোৰ নেৰায় মুগুৱায় লাগিছে। ওচৰেদি যোৱা মানুহে

তেওঁক পুথি পঢ়ি থকা শুনে। সেইহঁতে অনুমান কৰে যে মুক্তিয়াৰে অনবৰত শাস্ত্ৰত লাগিল কেৱল ডাইনীৰ ভয়তহে। তেওঁ টানত পৰিলেহে ৰাম নাম লোৱা বিধৰ মানুহ। তাকে জানি সঞ্জয় বুঢ়াই অভিমত দিলে, "পুথি পঢ়া এৰিলেই পাতকীক ডাইনীয়ে ধৰিব। কিমান দিননো পুথি পঢ়ি কটাব? শাস্ত্ৰৰ মৰ্ম্ম বুজিলেহে পুথি পঢ়ি আমনি নেলাগিব। ডাইনীয়ে পাবু লাগিলে কিন্তু ইয়াক ঔ-ভুকুৰা দি মাটিৰ লগত চেপেতা কৰিব।"

বুঢ়াই স্বৰূপ কথাই ক'লে। কথাটো খুব সোনকালে ফলিয়ালে। কাজলী নিখোজ হোৱাৰ ছয় দিনহে হৈছে। ভৰ দুপৰ ৰাতি। চৌদিশ নিমাত নিজম। মাথোঁ যম দুৱাৰ মৰিশালীৰ পৰা ভাঁহি আহিছে ফেঁচা আৰু ফেউৰাৰ মাত। সেই ভয়াবহ মাতে হয়তো ৰাতি সাৰে থকা বা পাতল টোপনিৰ বুঢ়া-বুঢ়ীক দেহৰ নশ্বৰতা সোঁৱৰাই দিছে।

হৰি কান্ত মুক্তিয়াৰ সাৰে আছে। তেওঁক দুদিনমানৰ-পৰা টোপনিয়ে এৰিলে। তেওঁক বহুত ভাবে জৰ্জ্জৰিত কৰিলে: তেনেহলে ময়ে হত্যাকাৰী? মোৰো প্ৰাণৰ আশঙ্কা? কিজানি খুব সোনকালেই। প্ৰায় ছমাহৰ আগতে মোৰ বিয়া হৈছিল। মনত পৰিছে, নোওৱাৰ পাছত তিনিজনী ছোৱালীয়ে দবাৰ মূৰত চাউল দি গাইছিল, 'ভজ ভজ হৰি পদ শুন মোৰ মন। নেজানোতে যাইতে লাগে যমেৰ সদন॥ ৰাম ৰাম।" এয়া যে জীৱনৰ সতৰ্ক বাণী। এতিয়াহে বহুত দেখিকৈ বুজি পাইছোঁ। নিজকে এটা কঙ্কাল যেন লাগিছে। মই মৰি-

লোনে জীয়াই আছোঁ? আৰু একুট বৰগীত মনত পৰিছে। “অথিৰ ধন জন, অথিৰ জীৱন, অথিৰ এহু সংসাৰ। পুত্ৰ পৰিবাৰ সকলো অসাৰ কৰবি কাহেৰি সাৰ॥” মই কিন্তু সেইবোৰকে সাৰ কৰি এতিয়া ডেন্না গৈছোঁ। মোৰ আসক্তি কমোৱা উচিত আছিল।

ফেঁচা আৰু ফেউৰাৰ মাতে তেওঁক আৰু অস্থিৰ কৰিলে। এন্ধাৰত পাটীত পৰি থাকিবলৈ ভয় লাগিল। প্ৰকাণ্ড ঘৰ-টোৱে যেন দৈত্যৰ মুখ এখন হৈ তেওঁক গিলি পেলালে। তেওঁ চাকি ছুটা জ্বলালে। কোঠালিটো পোহৰ হ'ল। কিন্তু মনৰ ভয় নাতবিল। চকু ছুটা মুদি বিছনাত ঢলি পৰিল।

হঠাতে বাহিৰত এটা চৰৰ্ চৰক্ শব্দ শুনি তেওঁ উচপ খাই উঠিল। কুকুৰে মাটি খন্দা নাইতো? তেওঁ কুকুৰৰ ফোঁপনিও লগতে শুনিবলৈ কাণ পাতি ৰ'ল। এইবাৰ বেলেগ শব্দ শুনিলে। তেওঁ নিভুৰ্ল অনুমান কৰিছে যে চোৰে কটাৰীৰে বা সৰু চিপ্ৰাঙেৰে বেৰৰ পোলা কাটিছে। কিন্তু চোৰটো আঁতৰি যাবৰ কাৰণে তেওঁ গলা হেকাৰি এটাও নেমাৰিলে। চ'ৰা ঘৰেদি মনে মনে ওলাই গৈ ভঁৰালৰ কাষৰ ছালিখনৰ তলত শুই থকা চাকৰটোক জগাই দিব-লৈকো সময় আছিল। কিন্তু নজগালে। ভাবিলে, ভূত-প্ৰেত ডাইনীতকৈ চোৰেই আপোন।

চকু ছুটা মুদি দিলে। নিৰ্বিকাৰ হৈ নহয়, বেছি বিভ্ৰত

হৈছে। হঠাতে ওচৰতে ভৰিৰ খোজৰ শব্দ শুনি জীৱ উৰি গ'ল। কাজলী ডাইনী থিয় দি আছে। তাইৰ এহাতে এখন মিতদা আৰু ইহাতে ছুই মূৰে জোঙোৱা এদাল ছাতিৰ দাণ্ডি। সাইলাখ ৰণচণ্ডীৰ ৰূপ। চকু ছুটা অমৰাগুটীযা আৰু তেজৰঙা। কজলা সিৰবোৰেৰে হাত ছুখন মৰাশৰ হাত যেনহে লাগে। ক্ৰোধত তাইৰ হাত থৰ থৰ কৈ কঁপিছে আৰু লগে লগে মিতদাখন আৰু আগজোঙা ছাতিৰ দাণ্ডিদাল যেন প্ৰতিশোধৰ প্ৰবৃত্তি লৈ নাচিব লাগিছে।

মুক্তিয়াৰে ঘৰটো আৰু সংহাৰ মূৰ্ত্তি ধৰা ডাইনীজনীক মূৰৰ চাৰিওফালে ঘূৰি থকা যেন অনুভৱ কৰিলে। তেওঁ চিঞৰিবলৈকো চেতন হেৰাল। কণ্ঠৰোধ হ'ল।

তাই দাঁত কৰচি কৰচি ক'লে, "এতিযা তোক কোনে ৰক্ষা কৰিব? ধন আৰু ক্ষমতাই? শাস্তি লবলৈ সাজু হ।"

মুক্তিয়াৰ বেঙে মূতা গৰুৰ দৰে কঁপিবলৈ ধৰিলে।

"পাতকী, মোক চিনি পাইছ?"

মুক্তিয়াৰে চকু মুদি দিলে। বীভৎস তাইৰ চেহেৰা।

"তই চকুৰে ভালকৈ দেখ?"

মুক্তিয়াৰে হাত এখনেৰে চকু ছুটা ঢাকি পেলালে। তাই হাতখন জোৰেৰে এক্ৰাই আনিলে।

"পাষণ্ড, কাক দেখা পাইছ? মই কাজলী। তোৰ কাল।" তাইৰ খঙটো অকস্মাতে অদমনীয় হৈ পৰিল। তাই মিত-দাখন মাটিত থ'লে। ছাতিৰ দাণ্ডিদালেৰে চকুলৈ টোৱাই

ক'লে, "কি চাইছ ? অঁ, চাই ল ভালকৈ। মই ডাইনী কাজলী নহয়। আচল জনীয়েই। ভয় নকৰিবি। তোক মই নেমাৰোঁ। নৰহত্যা মহা পাপ। কিন্তু মোৰ কথাৰ উত্তৰ দে। ন'হলে নেৰোঁ। ক, তই নিজক দেখা পাইছ ?"

"পাইছোঁ।"

"আয়নাত কেতিয়াবা নিজৰ মুখখন চাইছিলি ?"

ভেলেকি লগোৱা মানুহ এটাৰ দৰে মুক্তিয়াৱে ক'লে, "হুঁ।"

"তেনেহলে তই এইহাল লুভীয়া চকুৰেই মোকো পছন্দ কৰিছিলি ? এইহাল চকুত জালো নপৰিল।"

তাইৰ মুখখনত বহুত তেজ গোট খাই ক'লা হৈ পৰিল। নিজক নিজে ক'লে, "ইয়াৰ এইহাল চকুৱেই মোৰ কাল হ'ল। চাওঁ বাক ·।" তাৰ পাছতেই অমানুষিক কাণ্ড। ছাতিৰ দাম্তিৰ জোঙা মূৰটোৰে মুক্তিয়াৰৰ চকু দুটা ফুটাই পেলালে। তাতো সন্তুষ্ট নহৈ নিমিষৰ ভিতৰতে দুইটা চকুতে কেবাটাও খোচ মাৰি এটা চকুত দাম্তিদাল বহুৱাই থৈ লৰ মাৰিলে।

মুক্তিয়াৰৰ চকুৱেদি বৈ পৰা তেজ বুকু পালেহি। তেওঁ যন্ত্রণাত পাৰেমানে চিঞৰিলে। মানুহক কিজানি নচঁচা শূলত দিলেহে তেনে বিকট আৰ্তনাদ কৰে!

মানুহ গোট খালে। আচল কাজলীৰ প্ৰতিশোধৰ নিষ্ঠুৰতা দেখি সকলোৱে ইস ইস, আস, আস্ কৰিলে।

পদুমী কিন্তু মুক্তিয়াৰৰ খবৰ ল'বলৈ নাহিল।

পাছদিনা পুলিচ আহিল। সকলো চাই চিতি ল'লে আৰু সকলো বৃত্তান্ত শুনিলে। গাৱঁৰ মানুহ কেইটামান লৈ যম দুৱাৰ মৰিশালী পালেগৈ। তাত গৈ সকলোৱে দেখিলে, কাজলীৰ শটো ডাঙৰ শিল এটাৰ ওপৰত পৰি আছে। হয়তো মৰা অলপ সময়হে হৈছে। কাউৰী শগুণৰ চকুতো পৰা নাই। শিলটোৰ এডোখৰ ঠাই জুয়ে পোৰাৰ দৰে হৈ আছে। ওচৰৰ পৰা চাই জানিব পৰা গ'ল যে তাত কিবা খুন্দিছিল। শিলটোৰ চাৰিওফালে চোৱাত পোৱা গ'ল কেইটা-মান আধাখুন্দা বৰ বিহৰ গুটি আৰু এটা পতা গুটি। সম্ভৱ তাই যি ঘৰ মানুহত চুৰ কৰি পঁইতা ভাত খাইছিল তাৰে পৰা পতাগুটিটো আনিছিল।

কাজলীৰ শটো পৰীক্ষাৰ কাৰণে জিলালৈ নিবৰ সময়ত পদুমী বুঢ়ী আহিছিল। ধুনীয়া কাজলীজনীৰ বিকট মূৰ্ত্তি দেখি দুগালে চকুলো বাগৰিছিল। এদিনৰ পাছত শুনিবলৈ পাইছিল যে জিলালৈ আহি কঁহুৱাবনৰ গজেনে কাজলীৰ শটো খৰি দিবৰ কাৰণে দাবী কৰিছিল। সেই খবৰে বুঢ়ীৰ মনটো বৰ গধুৰ কৰি তুলিছিল।

—অন্ত—